

# আমাৰ দেশ

চণ্ডী বৰুৱা

প্ৰকাশ ভৱন

অসমৰ শিক্ষা বিভাগৰ দ্বাৰা চতুৰ্থ মানৰ বাবে মঞ্জুৰী পাঠ্য

(২)

# আমাৰ দেশ

[ চতুৰ্থ মানৰ বাবে ]

2 Anng


ৰচকসকল

**শ্ৰীঅচ্যুতানন্দ দাস**, বি-এ, বি-টি,

চুপাৰিণ্টেণ্ডেণ্ট্, নৰ্ম্মাল আৰু গুৰুট্ৰেইনিং স্কুল, হাউলী।

**শ্ৰীদীনেশ চন্দ্ৰ শৰ্ম্মা**,

ইন্‌ষ্ট্ৰাক্টৰ, নৰ্ম্মাল আৰু গুৰুট্ৰেইনিং স্কুল, হাউলী।

**শ্ৰীজয়ন্তী দাস**, হাউলী।

প্ৰকাশক :
শ্ৰী জে, দাস,
চণ্ডী বৰুৱা প্ৰকাশ ভৱন
( পঞ্চৱতন ফাৰ্ম্ম )
পোঃ হাউলী, কামৰূপ।

ত্ৰয়োদশ সংস্কৰণ ১৯৭১ চন



দাম ১'৩০ পইচা

মুদ্ৰাকৰ :
শ্ৰীনন্দদুলাল চক্ৰৱৰ্ত্তী
শ্ৰীতাৰা প্ৰেছ
৩৯।৪, ৰামতনু বোস লেন,
কলিকতা-৬





# পৌৰাণিক যুগৰ কাহিনী

## ৰামায়ণ

ৰামায়ণ হিন্দুবিলাকৰ এখন পুৰণি ধৰ্ম্মপুথি। ইয়াত ৰামচন্দ্ৰৰ কাহিনী লিখা আছে। ৰামক হিন্দুৱে ঈশ্বৰৰ অৱতাৰ বুলি মানে।

অতি পুৰণি কালৰ কথা। আজি কালিৰ উত্তৰ প্রদেশত তেতিয়া কোশল নামে এখন ৰাজ্য আছিল। এই ৰাজ্যৰ ৰাজধানী আছিল অযোধ্যা। অযোধ্যাত দশৰথ নামে এজন ৰজা আছিল। তেওঁৰ তিনি গৰাকী ৰাণী আছিল—কৌশল্যা, কৈকেয়ী আৰু সুমিত্রা। তিনিওজনা ৰাণীৰ গৰ্ভত চাৰিজন পুতেক উপজিছিল। কৌশল্যাৰ পুতেক ৰাম, কৈকেয়ীৰ পুতেক ভৰত আৰু সুমিত্ৰাৰ পুতেক লক্ষ্মণ আৰু শত্রুঘ্ন। কোঁৱৰ সকলৰ ভিতৰত ৰাম আছিল আটাইতকৈ ডাঙৰ। তেওঁৰ ৰূপ আৰু গুণত সকলোৱে মুগ্ধ হৈছিল। অলপ দিনতে চাৰিওজনে লিখা পঢ়া আৰু যুদ্ধবিদ্যাত নিপুণ হৈ উঠিল। ৰাম

যেনে বীৰ, তেনে দয়ালু আৰু ধৰ্ম্মপৰায়ণ আছিল। চাৰিওজন ভাই-ককাইৰ ভিতৰত বৰ মিলাপ্ৰীতি আছিল। তাৰকা নামে এজনী ৰাক্ষসীক ৰামে বধ কৰি ঋষি সকলৰ পূজা পাতলৰ বিঘিনি আঁতৰায়। তেতিয়াৰপৰা ৰামচন্দ্ৰৰ গুণৰ কথা কেউফালে বিয়পি পৰে।



ৰামৰ হৰধনু ভঙ্গ

সেই সময়ত মিথিলাত জনক নামে এজন জ্ঞানী ৰজা আছিল। তেওঁৰে জীয়ৰী সীতা। সীতা ৰূপে গুণে অতুলনীয়া আছিল। সীতা ডাঙৰ হলত দেউতাকে তেওঁক বিয়া দিবলৈ বৰ বিচাৰিলে। জনক ৰজাৰ "হৰধনু" নামে এখন প্ৰকাণ্ড ধনু আছিল। তেওঁ পণ কৰিলে "যেয়ে এই হৰধনুত গুণ লগাব পাৰিব তেওঁলৈকে সীতাক বিয়া দিয়া হব। ৰজাই এই কথা ঘোষণা কৰি সীতাৰ সয়ম্বৰ পাতিলে। সীতাৰ সয়ম্বৰৰ কথা শুনি



ভাৰতৰ অসংখ্য ৰজা, মহাৰজা আৰু বীৰ আহি মিথিলা ভৰি পৰিল। কিন্তু কোনেও ধনুখন তুলি লবকে নোৱাৰিলে। ৰামো সেই সয়ম্বৰলৈ গৈছিল। তেতিয়া তেওঁৰ বয়স পোন্ধৰ বছৰ মাথোন। তেওঁ অনায়াসে সেই প্ৰকাণ্ড ধনুখন তুলি ললে। গুণত ধৰি টান দিলত হৰধনুখন ঠন্ কৈ ভাঙি দোডোখৰ হ'ল তেতিয়া জনক ৰজাই পৰম হৰিষে সীতাক ৰামৰ লগত বিয়া দিলে।

ৰজা দশৰথ বুঢ়া হলত বৰপুত্ৰ শ্ৰীৰামচন্দ্ৰকেই তেওঁ ৰাজ্যভাৰ গতাই দিবলৈ স্থিৰ কৰিলে। ৰাজ্য জুৰি শ্ৰীৰামচন্দ্ৰৰ ৰাজঅভিষেক উৎসৱৰ আয়োজন হ'ল। এনেতে এটি দুৰ্ঘটনা ঘটিল।

মাজু ৰাণী কৈকেয়ীয়ে দশৰথ ৰজাৰ পৰা দুটি বৰ পাব লগা



ৰাম, সীতা আৰু লক্ষ্মণৰ বনলৈ গমন

আছিল। সুযোগ পাই এই সময়ত তেওঁ সেই বৰ দুটি ৰজাৰ পৰা খুজি ললে। সেই বৰ অনুযায়ী ৰাম বনলৈ যাব লগা হ'ল আৰু

ভৰত ৰজা হব লগা হ'ল। এই বাতৰিত অযোধ্যা জঁয় পৰি গ'ল। কিন্তু ৰামে পিতৃসত্য পালন কৰিবলৈ হাঁহিমুখে বনবাসলৈ ওলাল। তেওঁৰ লগত সীতা আৰু লক্ষ্মণো ওলাল। লক্ষ্মণ বৰ ভাতৃভক্ত আছিল। তেওঁ ককায়েকৰ দুখতে দুখী হৈ বনবাস খাটিছিল। ভৰতে বহুত কাবৌ কাকূতি কৰিও ৰামক ঘূৰাই আনিব নোৱাৰি ৰামৰ খৰম যোৰকে সিংহাসনত থৈ ৰাজ্য চলাবলৈ ধৰিলে। সিপিনে ৰাম, সীতা আৰু লক্ষ্মণে বনে বনে ঘূৰি ফুৰি গৈ দাক্ষিণাত্যৰ দণ্ডকাৰণ্য পালে। তাতে গোদাবৰী নদীৰ পাৰত পঞ্চবটী বনত এটি পজাঘৰ সাজি বনৰ ফল মূল খাই নানাকষ্টে জীৱন কটাবলৈ ধৰিলে।

ভাৰতৰ দক্ষিণে লঙ্কা দ্বীপ। তাতে ৰাৱণ নামে এজন প্ৰবল প্ৰতাপী ৰজা আছিল। তেওঁ এদিন মায়া কৰি পঞ্চবটী বনৰপৰা সীতাক হৰি লৈ গ'ল। সীতাক হেৰুৱাই ৰাম-লক্ষ্মণে মনত বৰ শোক পালে। তেওঁলোকে সীতাক বিচাৰি গৈ কিষ্কিন্ধ্যা ৰাজ্যৰ বান্দৰৰ ৰজা সুগ্ৰীৱৰ লগত মিতিৰ পাতিলে। তাতে তেওঁলোকে বীৰ হনুমানক লগ পায়। হনুমানে সাগৰ পাৰহৈ লঙ্কাত সীতাক বিচাৰি উলিয়ালে। তেতিয়া ৰামে বান্দৰ সৈন্য বিলাকৰ সহায়ত সেতু বান্ধি সাগৰ পাৰ হৈ আহি লঙ্কা আক্ৰমণ কৰিলে। ৰাম-ৰাৱণৰ তয়াময়া ৰণ লাগিল। সেই ৰণত সোণৰ লঙ্কা ছাৰখাৰ হ'ল। অৱশেষত ৰামে ৰাৱণক সবংশে মাৰি সীতাক উদ্ধাৰ কৰি লৈ আহিল। এনেকৈ নানা দুঃখ কষ্টৰ মাজেদি বনবাসৰ চৈধ্য বছৰ পাৰ হ'ল। অযোধ্যালৈ উভতি আহি ৰাম ৰজা হ'ল। তেওঁৰ ৰাজ্যত প্ৰজাই বৰ সুখ-শান্তিৰে বাস কৰিছিল। এতিয়াও মানুহে সেই ৰাম ৰাজ্যৰ কথা মুখে মুখে কয়।

# মহাভাৰত

প্ৰাচীন কালত বৰ্ত্তমান দিল্লী নগৰৰ ওচৰত কুৰু নামে এখন ৰাজ্য আছিল। তাৰ ৰাজধানীৰ নাম আছিল হস্তিনাপুৰ। কুৰু ৰাজ্যৰ ৰজা শান্তনুৰ ভীষ্ম আৰু বিচিত্ৰবীৰ্য্য নামে দুজন পুতেক আছিল। ভীষ্মই পিতাকৰ ওচৰত কৰা পণ ৰাখি চিৰকুমাৰ হ'ল আৰু ৰজাৰ বৰ কোঁৱৰ হৈও পিতাকৰ ৰাজ্যৰ ৰজা নহল। সৰু ভায়েক বিচিত্ৰবীৰ্য্যইহে কুৰু ৰাজ্যৰ ৰজা হ'ল। এই বিচিত্ৰবীৰ্য্যৰ ধৃতৰাষ্ট্ৰ আৰু পাণ্ডু নামে দুজনা পুতেক আছিল। ধৃতৰাষ্ট্ৰ জন্মৰে পৰা অন্ধ হোৱা বাবে সৰু পুতেক পাণ্ডুই পাচত হস্তিনাপুৰৰ ৰজা হ'ল।

পাণ্ডুৰ পুতেক পাঁচজন—যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, নকুল আৰু সহদেৱ। এওঁলোকক পাণ্ডুৰ নাম অনুসাৰে পাণ্ডৱ বুলিছিল। ধৃতৰাষ্ট্ৰৰ দুৰ্য্যোধন, দুঃশাসন আদি এশ পুতেক আছিল। এওঁলোকক কুৰু বংশৰ নাম অনুসাৰে কৌৰৱ বুলিছিল।

অলপদিন ৰাজত্ব কৰাৰ পাচতে পাণ্ডুৰ মৃত্যু হোৱাত পাঁচ পাণ্ডৱক ভীষ্মই লালন পালন কৰে। দ্ৰোণ নামে এজন ব্ৰাহ্মণ গুৰুৱে পাণ্ডৱ আৰু কৌৰৱ সকলক অস্ত্ৰবিদ্যা শিকাই ধনুৰ্দ্ধৰ কৰি তুলিছিল। তেওঁলোকৰ ভিতৰত যুধিষ্ঠিৰ সকলোতকৈ ডাঙৰ আছিল; ভীম আটাইতকৈ বাহুবলী আছিল। যুধিষ্ঠিৰ আছিল সত্যবাদী আৰু ধাৰ্ম্মিক। পাণ্ডুৰ পাচত যুধিষ্ঠিৰ যদিও ৰজা হব লাগিছিল তেওঁৰ বয়স কম বাবে ধৃতৰাষ্ট্ৰই ৰাজ্য চলাবলৈ ধৰিলে। কিন্তু

বয়স হলে যুধিষ্ঠিৰেহে ৰাজ্য পাব বুলি স্থিৰ হ'ল। দুৰ্য্যোধন আছিল কুচক্ৰী আৰু হিংসাকুৰীয়া স্বভাৱৰ। তেওঁ যুধিষ্ঠিৰে ৰজা হোৱাটো সমূলি ভাল নাপাইছিল। তেওঁ কেনেকৈ পাণ্ডৱ সকলক ধ্বংস কৰিব পাৰে তাৰেহে ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। দুৰ্য্যোধনে পাঁচ পাণ্ডৱক পুৰি মাৰিবৰ মনেৰে বাৰণাবত নামে ঠাইত এটি বৰ ধুনীয়া লাৰ নকল ঘৰ সাজিলে। ছলনা কৰি পাণ্ডৱ সকলক তেওঁ তাত থাকিবলৈ দিছিল, কিন্তু দুৰ্য্যোধনৰ এই ছলনা নিসিজিল। পাণ্ডৱ সকলে কেনেবাকৈ আগৰেপৰা এই ছলনাৰ কথা জানিব পাৰি ঘৰটোত জুই লগাই দিয়াৰ আগতে পলাই সাৰিল। কিন্তু কৌৰৱ সকলে ভাবিলে যে, পাণ্ডৱ সকল তাতেই পুৰি মৰিল।

পাণ্ডৱ সকলে ভেশছন কৰি দেশ দেশান্তৰ ঘূৰি ফুৰিবলৈ ধৰিলে। শেষত পাঞ্চাল দেশত উপস্থিত হলহি। সেই দেশৰ ৰজা আছিল দ্ৰুপদ। তেওঁৰ দ্ৰৌপদী নামে এগৰাকী ৰূপে গুণে অতুলনীয়া জীয়ৰী আছিল। দ্ৰৌপদী গাভৰু হলত তেওঁৰ পিতাকে জীয়েকৰ সয়ম্বৰ পাতিলে। ৰজাই মূৰৰ বহুত ওপৰত এটা মাছ থলে, তাৰ তলতে এটা চকা ঘূৰি থাকিল। তলত এটি পাত্ৰত থকা পানীত সেই মাছটোৰ ছাঁ চাই যিজনে কাঁড় মাৰি লক্ষ্যভেদ কৰিব পাৰিব তেওঁৰ লগতে দ্ৰৌপদীক বিয়া দিয়া হব বুলি দ্ৰুপদ ৰজাই ঘোষণা কৰিলে।

গোটেই ভাৰতৰ কিমান ৰজা, সম্ৰাট, বীৰ আহি সেই লক্ষ্যভেদ কৰিবলৈ চেষ্টা কৰিলে, কিন্তু কোনেও নোৱাৰিলে। শেষত অৰ্জ্জুন আগবাঢ়ি আহিল। তেতিয়া তেওঁ বামুণৰ বেশ লৈ আহিল। তেওঁ অনায়াসে লক্ষ্যভেদ কৰিলে। অৰ্জ্জুনৰ শক্তি দেখি সকলোৱে



আচৰিত হ'ল। ৰজাই অৰ্জ্জুনৰ হাতত দ্ৰৌপদীক অতি আনন্দেৰে সঁপি দিলে।



অৰ্জ্জুনৰ লক্ষ্যভেদ

এই ঘটনাৰ পৰাই পাঁচ পাণ্ডৱ জীয়াই থকা বুলি কৌৰৱ সকলে জানিব পাৰিলে। তেতিয়া ধৃতৰাষ্ট্ৰই পাণ্ডৱ সকলক মাতি আনি ৰাজ্যখন দুভাগ কৰি ভগাই দিলে। পাণ্ডৱৰ ৰজা হল যুধিষ্ঠিৰ আৰু কৌৰৱৰ ফালৰ ৰজা হ'ল দুৰ্য্যোধন। কৌৰৱ সকল হস্তিনাপুৰ নগৰতে থাকিল। পাণ্ডৱ সকলে ইন্দ্ৰপ্ৰস্থ নামে ঠাইত নতুন ৰাজধানী পাতি সুখে-সন্তোষে ৰাজত্ব কৰি থাকিল। লাহে লাহে পাণ্ডৱৰ ৰাজ্য বৰ সমৃদ্ধিশালী হৈ উঠিল। যুধিষ্ঠিৰে ৰাজসূয় যজ্ঞ পাতি চক্ৰৱৰ্ত্তী ৰজা হ'ল।

পাণ্ডৱ সকলৰ উন্নতিত দুৰ্য্যোধনৰ হিংসা আৰু বাঢ়িল। তেওঁ

ষড়্‌যন্ত্র কৰি পাণ্ডৱ সকলক পাশা খেলিবলৈ মাতি আনিলে। পাশা খেলত হাৰি পাণ্ডৱ সকলৰ বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাস হ'ল। কোনেও গম নোপোৱাকৈ লুকাই থকাকে অজ্ঞাতবাস কৰা বোলে। এবছৰ কাল অজ্ঞাতবাসৰ ভিতৰত যদি কেনেবাকৈ ধৰা পৰে তেনেহলে তেওঁলোকে আকৌ বাৰ বছৰ বনবাস খাটিব লাগিব।

পাণ্ডৱ সকলে ৰাজ্য, ধন সকলো হেৰুৱাই বনলৈ গ'ল। বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাসত থাকি তেওঁলোকে ঘূৰি আহি নিজ ৰাজ্য দাবী কৰিলে। কিন্তু ইমানতো ৰাজ্যলোভী দুৰ্য্যোধন সদয় নহল। পাণ্ডৱ সকলক বিনা যুদ্ধে সমূলি ৰাজ্য নিদিও বুলি কৈ দিলে।

দ্বাৰকাৰ শ্ৰীকৃষ্ণ আছিল পাণ্ডৱৰ পৰম বন্ধু। তেওঁক সকলোৱে ভক্তি আৰু ভয় কৰিছিল। শ্ৰীকৃষ্ণই নিজে সন্ধি কৰিবলৈ কৌৰৱক খাটিলে, কিন্তু দুৰ্য্যোধন কোনোমতে মান্তি নহল। অৱশেষত যুদ্ধ কৰাটোৱেই স্থিৰ হ'ল।

হস্তিনাৰ ওচৰত কুৰুক্ষেত্ৰ নামে পথাৰত কৌৰৱ-পাণ্ডৱৰ তুমুল যুদ্ধ আৰম্ভ হ'ল। ভাৰতৰ সকলো ৰজাই হয় পাণ্ডৱৰ পক্ষ নহয় কৌৰৱৰ পক্ষ ললে। শ্ৰীকৃষ্ণই নিজে পাণ্ডৱৰ ফালে যোগদান কৰি অৰ্জুনৰ ৰথৰ সাৰথি আৰু মন্ত্ৰণাদাতা হ'ল। কামৰূপৰ ৰজা শ্ৰেষ্ঠ বীৰ ভগদত্তয়ো এই যুদ্ধত কৌৰৱৰ ফলীয়া হৈ যুঁজিছিল। ওঠৰ অক্ষৌহিনী সেনা কুৰুক্ষেত্ৰতো যোগ দিছিল। এক অক্ষৌহিনীত এক লাখৰো বেচি সৈন্য থাকে। দুয়োপক্ষৰ কিমান সৈন্য মৰিল তাৰ অন্ত নাই। কৌৰৱ সকলৰ সেনাপতি আছিল ভীষ্ম, দ্ৰোণ, কৰ্ণ আদি মহাৰথী সকল। কিন্তু শ্ৰীকৃষ্ণৰ মন্ত্ৰণাতেই সখিয়েক অৰ্জ্জুনে কৌৰৱৰ সকলো বীৰকে সিপুৰীলৈ পঠালে। শেষত ভীমে দুৰ্য্যোধনৰো



উৰু ভাঙিলে। যুদ্ধত পাণ্ডৱ সকলৰ জয় হ'ল। কিন্তু তেওঁলোকৰো বহুত আত্মীয় স্বজন এই ৰণত মৰা পৰিল।



কুৰুক্ষেত্ৰৰ যুঁজলৈ কৃষ্ণাৰ্জ্জুনৰ আগমন

যুধিষ্ঠিৰ ৰজা হ'ল যদিও তেওঁৰ ইমান জ্ঞাতি বধ হোৱাৰ কাৰণে মনত শান্তি নাহিল। ইফালে শ্ৰীকৃষ্ণয়ো দেহ এৰিলে। এই শোকতে পাণ্ডৱ সকলে নাতিয়েক পৰীক্ষিতক ৰাজ্য গতাই দিলে আৰু দ্ৰৌপদীৰে সৈতে আটাইকেইজনে হিমালয় পৰ্ব্বতৰ ওপৰলৈ উঠি সৰগলৈ যাম বুলি খোজ ললে। যুধিষ্ঠিৰৰ বাহিৰে অইন আটাইকেইজনে বাটত এজন এজনকৈ দেহ এৰিলে। কথিত আছে, কেৱল যুধিষ্ঠিৰে নিজ ধৰ্ম্মবলতে সোঁশৰীৰে সৰগলৈ গৈছিল। ধৰ্ম্মই হেনো কুকুৰ ৰূপ ধৰি তেওঁৰ লগে লগে গৈছিল।

মহাভাৰতৰ এই মূল আখ্যান ৰচনা কৰিছিল মহৰ্ষি ব্যাসদেৱে। হিন্দুৰ এখন পৱিত্ৰ ধৰ্ম্মপুথি।

# অসমৰ পৌৰাণিক যুগৰ কাহিনী

## বীৰ ভগদত্ত

পুৰণি কামৰূপত নৰকাসুৰ নামে এজন বৰ প্ৰতাপী ৰজাই ৰাজত্ব কৰিছিল বুলি জনা যায়। তেওঁৰ পাচত পুতেক ভগদত্ত পুৰণি কামৰূপৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰত ৰজা হয়।

ভগদত্ত বৰ বীৰ আছিল। মহাভাৰতত তেওঁৰ কথা বহলাই লিখা আছে। তেওঁ যুধিষ্ঠিৰে পতা ৰাজসূয় যজ্ঞৰ ঘোঁৰা আটক কৰি ৰাখিছিল। তেতিয়া তৃতীয় পাণ্ডৱ অৰ্জ্জুনৰ লগত তেওঁৰ তুমু যুদ্ধ হৈছিল। সেই যুদ্ধত ভগদত্তই হাৰি বশ্যতা স্বীকাৰ কৰিছিল।

ভগদত্ত অৰ্জ্জুনতকৈ কম বীৰ নাছিল। পাচত কুৰুক্ষেত্ৰৰ যু লাগিলত ভগদত্ত কৌৰৱৰ ফলীয়া হৈছিল। আঠদিন বিয়পি তয়াম যুদ্ধৰ পাচত শ্ৰীকৃষ্ণৰ কূট বুদ্ধি মতে অৰ্জ্জুনে বাণ মাৰি ভগদত্তক কৰে। যুদ্ধত মৰিলেও তেওঁৰ বীৰত্বৰ কাহিনী মহাভাৰতত এতিয় সোণালী আখৰেৰে জিলিকি আছে।

## বাণ ৰজা

মহাবলী বাণ শোণিতপুৰৰ ৰজা আছিল। বৰ্ত্তমান তেজপু সেই শোণিতপুৰ। পুৰণি শোণিতপুৰৰ ভগ্নাৱশেষ তেজপ এতিয়াও আছে।



বাণ ৰজা শিৱভক্ত আছিল। তেওঁৰ ৰূপহী জীয়েক উষাদেৱী। উষাৰ সখীয়েকৰ নাম চিত্ৰলেখা। বাণ ৰজাই উষা আৰু চিত্ৰলেখাক বেলেগে এটা কাৰেংঘৰ সাজি থাকিবলৈ দিছিল। চিত্ৰলেখা চিত্ৰবিদ্যাত বৰ পৈণত আছিল। এদিন শ্ৰীকৃষ্ণৰ নাতিয়েক অনিৰুদ্ধক উষাই সপোনত দেখা পায়। তেতিয়া উষাই অনিৰুদ্ধক পাবলৈ অস্থিৰ হৈ কান্দিবলৈ ধৰিলে। পাচত চিত্ৰলেখাই পৃথিবীৰ ৰজা



উষাদেৱী আৰু চিত্ৰলেখা

মহাৰজা সকলৰ ছবি আঁকি এটি এটিকৈ উষাৰ আগত ধৰিলেহি। অৱশেষত অনিৰুদ্ধৰ ছবি দেখি উষাৰ মনত হৰিষ হ'ল। চিত্ৰলেখাৰ সহায়তে অনিৰুদ্ধৰ লগত উষাৰ বিয়া হৈ গ'ল।

বাণ ৰজা এই বিয়াত অসন্মত আছিল। তেওঁ এই বিয়াৰ গম পাই অনিৰুদ্ধক বন্দী কৰি থলে। তেতিয়া শ্ৰীকৃষ্ণৰ লগত বাণ ৰজাৰ এখন তয়াময়া যুঁজ লাগিল। যুঁজত বাণ হাৰিল। শ্ৰীকৃষ্ণই নাতিয়েক অনিৰুদ্ধক বন্দীৰ পৰা উদ্ধাৰ কৰি উষাৰে সৈতে দ্বাৰকালৈ লৈ গ'ল। এইখন যুদ্ধকে 'হৰি-হৰ'ৰ যুদ্ধ বোলে।

## ভীষ্মক-ৰজা

প্ৰাগ্‌জ্যোতিষপুৰত নৰকাসুৰ আৰু ভগদত্ত ৰজাই ৰাজত্ব কৰা সময়ত শোণিতপুৰত বাণ ৰজা আৰু বিদৰ্ভ ৰাজ্যত ভীষ্মক ৰজাই ৰাজত্ব কৰিছিল। তেওঁৰ ৰাজধানী আছিল কুণ্ডিল নগৰত। সেই কুণ্ডিল নগৰেই আজি-কালিৰ শদিয়া। শদিয়াৰ ওচৰত এতিয়াও পুৰণি কুণ্ডিল নগৰৰ চিন্ আছে। ৰুক্মিণী নামে ভীষ্মক ৰজাৰ এগৰাকী ৰূপৱতী আৰু গুণৱতী জীয়ৰী আছিল। ৰুক্মিণীক শ্ৰীকৃষ্ণই বিয়া কৰাই ঘাই পাটমাদৈ পাতিছিল।

———




আজিৰ পৰা আঢ়ৈ হাজাৰ বছৰ আগৰ কথা। বৰ্তমান বিহাৰৰ উত্তৰ ফালে হিমালয় পৰ্ব্বতৰ নামনিত কপিলাবস্তু নামে এখন নগৰ আছিল। তাত শাক্যবংশৰ শুদ্ধোদন নামে এজন ক্ষত্ৰিয় ৰজা আছিল। বুঢ়া কালত ৰজাৰ এটি পুত্ৰ জন্মিল — নাম থলে সিদ্ধাৰ্থ। সিদ্ধাৰ্থৰ জন্মৰ পাচতেই মাক মৰিল। মাহীমাক গৌতমীয়েহে তেওঁক লালন পালন কৰি ডাঙৰ কৰিলে। গৌতমীৰ নাম অনুসাৰে সিদ্ধাৰ্থৰ নাম গৌতম হ'ল।

ৰাজকোঁৱৰ সকলো বিদ্যাতে সোনকালে পাৰ্গত হৈ উঠিল। কিন্তু তেওঁ সৰুৰে পৰা বৰ চিন্তাশীল আছিল; সদায় কিবা ভাবত বিভোৰ হৈ থাকে।

এদিনাখন গৌতমে ৰথত উঠি ফুৰিবলৈ গ'ল। বাটত হঠাতে এজন আলৰ বুঢ়া মানুহ লাখুটিৰ ওপৰত ভৰ দি কঁপি কঁপি গৈ থকা দেখিলে। তাৰ পাচত অইন এদিন ফুৰিবলৈ যাওঁতে এটা নৰিয়াত পৰি কেকাই থকা মানুহ আৰু এদিন এটা মৰা মানুহ দেখি তেওঁৰ বৰ দুখ লাগিল। তেওঁ সাৰথিৰ পৰা জানিব পাৰিলে যে, মানুহ মাত্ৰেই এইদৰে বুঢ়া হয়, ৰুগীয়া হয় আৰু মৰে। তেওঁৰ এদিন তেনে অৱস্থা হব। এই ঘটনাৰ পাচৰ পৰা মানুহৰ এনে দুঃখ কষ্টৰ হাত সাৰিবৰ উপায় কি, এই ভাৱনাত গৌতম বিভোৰ হ'ল।

ইকালে ৰাজকোঁৱৰে ৰং-ধেমালি এৰি মন মাৰি বহি থকা দেখি ৰজাই সেই কম বয়সতে যশোধৰা নামে এগৰাকী সুন্দৰী কন্যা তেওঁলৈ বিয়া কৰাই দিলে। কিন্তু এই বুধিতো গৌতমক ভুলাব নোৱাৰিলে। উনত্রিশ বছৰ বয়সত তেওঁৰ এটি লৰা উপজিল। তেতিয়া তেওঁৰ চিন্তা আৰু বাঢ়িলহে। কিয়নো লৰা-ছোৱালী



গৌতম মনে মনে ঘৰৰ পৰা বাজ ওলাল

লালন পালন কৰিব লগা হলে তেওঁৰ সাধনা হয় কেনেকৈ? এদিনাখন ৰাতি যশোধৰাই কেচুৱা ৰাহুলক বুকুত সাৰটি লৈ শুই থাকোঁতে তেওঁ মনে মনে ঘৰৰ পৰা ওলাই আহিল। পাচত ৰথত উঠি নগৰৰ বাজ হ'ল। তাৰ পাচত ৰথৰ পৰা নামি সাৰথিক কলে



—"তুমি পিতাক কবা, মই মানুহৰ দুঃখ-কষ্ট নিবাৰণৰ কাৰণে তপস্যা কৰিবলৈ আহিলোঁ।"

গৌতম সন্ন্যাসী হ'ল। নানাদেশ ঘূৰি অৱশেষত গয়াৰ ওচৰত এজোপা আহত গছৰ তলত বহি কঠোৰ তপস্যা কৰিলে। গৌতমৰ শৰীৰ শুকাই ক্ষীণাই হাড়ে ছালে লাগিল। ছয় বছৰ তপস্যা কৰাৰ পাচত এদিন ধ্যান কৰি থাকোঁতে হঠাৎ তেওঁ দিব্যজ্ঞান লাভ কৰিলে। তেতিয়াৰ পৰা তেওঁ "বুদ্ধ" নাম পালে। বুদ্ধ মানে জ্ঞানী। তেওঁ যি জোপা গছৰ তলত বহি দিব্যজ্ঞান লাভ কৰিলে সেই গছ জোপাৰ নাম "বোধিদ্রুম" আৰু ঠাইখিনিৰ নাম হল "বুদ্ধ গয়া"। তেওঁ উলিওৱা ধৰ্ম্মক 'বৌদ্ধ ধৰ্ম্ম' বোলে। বৌদ্ধ ধৰ্ম্মই জগতত মানব জাতিক মুক্তিলাভৰ উপায় দেখুৱাই দিলে। বুদ্ধই জগতক শিকালে যে মানুহে হিংসা, অসংযম, লোভ, আকাঙ্ক্ষা আদিৰ পৰাই জীৱনত দুঃখ-কষ্ট পায় আৰু তাৰ ফলতে আমাৰ বাৰে বাৰে জন্ম হয়। কিন্তু মানুহে নিজ কৰ্ম্মৰ দ্বাৰাইহে নিজৰ ভাগ্য গঢ়িব পাৰে। তেওঁৰ মতে অহিংসাই পৰম ধৰ্ম্ম। জীৱবধ, জীৱহিংসা আদি মহাপাপ। মানুহে দলে দলে আহি এই নতুন ধৰ্ম্ম গ্ৰহণ কৰিলে। সাৰনাথ নামে ঠাইৰ পৰা প্ৰথমে বৌদ্ধধৰ্ম্ম প্ৰচাৰ হয়। কুশী নামে নগৰত বুদ্ধদেৱে দেহ এৰে। এই কুশী নগৰ বৰ্ত্তমান গোৰখপুৰ জিলাত পৰিছে।

বৌদ্ধ ধৰ্ম্ম চীন, জাপান, ব্ৰহ্মদেশ, সিংহল আদি দেশত আৰু এচিয়াৰ পশ্চিমৰ দেশবোৰতো প্ৰচাৰ হৈছিল। আজিও বৌদ্ধ ধৰ্ম্মৰ মানুহেই পৃথিবীত অইন সকলো ধৰ্ম্মতকৈ বেচি। কিন্তু ভাৰতত আজিকালি বৌদ্ধধৰ্ম্মী মানুহৰ সংখ্যা নিচেই তাকৰ আৰু হিন্দু ধৰ্ম্মীয়েই আটাইতকৈ বেচি।




আজি-কালি য'ত বিহাৰ ৰাজ্য সেয়েই পুৰণি মগধ ৰাজ্য আছিল। এই ৰাজ্যত এসময়ত নন্দবংশই ৰাজত্ব কৰিছিল। নন্দবংশৰ শেষৰজন ৰজাক পৰাজয় কৰি চন্দ্ৰগুপ্ত মগধৰ ৰজা হৈছিল। মূৰা নামে এগৰাকী দাসীৰ গৰ্ভত তেওঁৰ জন্ম হৈছিল। মাকৰ নাম অনুসাৰে তেওঁৰ বংশৰ নাম মৌৰ্য্যবংশ হয় বুলি জনা যায়। বহুত পণ্ডিতে এওঁ উত্তৰ ভাৰতৰ মোৰিয় বা মৌৰ্য্য নামে ক্ষত্ৰিয় বংশৰ ৰজা বুলিও কয়।

চন্দ্ৰগুপ্তৰ কেইবাজনো ভায়েক আছিল। তেওঁলোকে হিংসা কৰি থকা বাবে চন্দ্ৰগুপ্তই বেজাৰ পাই ৰাজ্য এৰি গুচি গ'ল। তেওঁ পঞ্জাবলৈ গৈ গ্ৰীক বীৰ আলেকজেণ্ডাৰক লগ পালে। পঞ্জাবতে থাকি অলপ দিনৰ ভিতৰতে তেওঁ গ্ৰীকৰ ৰণকৌশল শিকি পেলালে। ভিতৰি ভিতৰি তেওঁ কেনেকৈ নন্দবংশ ধ্বংস কৰি মগধৰ



সিংহাসন লাভ কৰিব পাৰে তাৰেহে উপায় চিন্তি আছিল। তেওঁ আলেকজেণ্ডাৰক মগধ আক্ৰমণ কৰিবলৈও উদগনি দিলে, কিন্তু সেই উদগনিত কাম নহল। এনেতে আলেকজেণ্ডাৰৰ মৃত্যু হ'ল। সেই সুযোগতে চন্দ্ৰগুপ্তই পঞ্জাবৰ দাতি কাষৰীয়া কিছুমান সৈন্য গোটাই লৈ গ্ৰীক বিলাকক যুদ্ধত পৰাস্ত কৰিলে। তাতে এখন সক ৰাজ্যও জয় কৰি ললে। লগে লগে তেওঁ মগধ জয় কৰাৰ উপায়ো বিচাৰি থাকিল।


গ্ৰীক বীৰ আলেকজেণ্ডাৰ

এনেতে এটা ঘটনা ঘটিল। মগধত নন্দৰজাৰ ঘৰত বৰ ধূম-ধামেৰে এটা যজ্ঞ পাতিছিল। নন্দৰজাৰ মন্ত্ৰীয়ে সেই যজ্ঞৰ কাম চলাবলৈ এজন বামুণ পণ্ডিতক নিমন্ত্ৰণ কৰি আনিলে। পণ্ডিতজন অতিশয় জ্ঞানী হলেও দেখাত বৰ আপচু আৰু এঙাৰ যেন ক'লা বৰণীয়া আছিল। যজ্ঞস্থলীত এই বামুণ পুৰোহিত জনৰ চেহেৰা দেখিয়ে তেওঁৰ ওপৰত নন্দৰজাৰ বৰ খং উঠিল আৰু তেওঁক টিকনিত ধৰি উলিয়াই দিলে। অপমান পাই বামুণৰো খঙে মূৰৰ চুলিৰ আগ পালেগৈ। তেওঁ প্ৰতিজ্ঞা কৰিলে যে—"যেতিয়ালৈকে মই এই নন্দবংশ ধ্বংস কৰিব নোৱাৰোঁ, তেতিয়ালৈকে আৰু টিকনি নাবান্ধোঁ।" এওঁৰেই নাম আছিল চাণক্য পণ্ডিত।

চাণক্য পণ্ডিতৰ ঘৰ আছিল প্ৰাচীন তক্ষশীলাত। তেওঁ এজন বিদগ্ধ পণ্ডিত আছিল। তেওঁ লিখা "অৰ্থশাস্ত্ৰ" নামে এখন বহুমূলীয়া পুথি পোৱা গৈছে।

এদিন চাণক্য পণ্ডিতে পথাৰেদি গৈ থাকোঁতে কুশ বনে ভৰিত বিন্ধিলে। তেতিয়া কুশ বনৰ ওপৰত তেওঁৰ বৰ খং উঠিল। সেই কুশ বনবোৰ নিৰ্ম্মূল কৰাৰ কাৰণে তেওঁ উঠি পৰি লাগিল। এনেতে সেই বাটেদি মগধৰ ফালে যাবলৈ আহি চন্দ্ৰগুপ্ত সেইখিনি ঠাইত উপস্থিত হ'ল। চন্দ্ৰগুপ্তই এই মানুহজনৰ কাৰ্য্য দেখি আচৰিত মানিলে। তেওঁ বামুণক সুধিলে—"দেউ! আপুনি এইবোৰ কি কৰিছে?" চাণক্য পণ্ডিতে উত্তৰ দিলে—"মই এই কুশ বনবোৰৰ বংশ ধ্বংস কৰিহে এৰিম। কিয়নো ইহঁতে মোক আহোঁতে যাওঁতে সদায় ভৰিৰ তলুৱাত বিন্ধে।"

চন্দ্ৰগুপ্তই ভাবিলে যে এওঁ কম বামুণ নহয়। তেওঁ চাণক পণ্ডিতক নানা প্ৰশ্ন সুধি তেওঁৰ পৰিচয় ললে। তেওঁ মনতে ভাবিলে —এনে প্ৰতিফল বিচৰা লোক পাবলৈ টান; এওঁৰ দ্বাৰা মোৰ কা সিদ্ধ হব। তেওঁ চাণক্যক মগধ জয়ৰ কামনাৰ কথা ভাঙি পাি কলে। চাণক্য পণ্ডিতৰো সেই একে কথা—নন্দবংশ ধ্বংস কৰিে এৰিব। দুয়ো লগ লাগি তেওঁলোকৰ উদ্দেশ্য সাধনৰ কাৰণে উ পৰি লাগিল। একালে চন্দ্ৰগুপ্তৰ তৰোৱাল আৰু আনফালে চাণক্য কূট বুদ্ধি।

চন্দ্ৰগুপ্ত আৰু নন্দৰজাৰ তুমুল ৰণ হ'ল। নন্দবংশ ধ্বংস হ'ল চাণক্যৰ কৌশল আৰু কূট বুদ্ধিত চন্দ্ৰগুপ্তৰ বাসনা সিদ্ধ হ'ল। আগ কথা মতে চাণক্য মগধ ৰাজ্যৰ মন্ত্ৰী হ'ল।



চাণক্য পণ্ডিত কেৱল ডাঙৰ পণ্ডিতে নহয়, তেওঁ ৰাজনীতিতো বিচক্ষণ আছিল। তেওঁৰ পৰামৰ্শ আৰু কূট বুদ্ধি মতে চলিয়ে মহাৰাজ চন্দ্ৰগুপ্তই মগধক এখন বিশাল ৰাজ্য কৰি গঢ়ি তুলিলে। পাচত তেওঁ আলেকজেণ্ডাৰৰ সেনাপতি চেলিউকচক পৰাস্ত কৰি আফগানিস্থানৰ আধালৈকে মগধ ৰাজ্য বহলালে। শেষত চেলিউকচে জীয়েকক চন্দ্ৰগুপ্তৰ লগত বিয়া দি মিত্ৰতা কৰিবলৈ বাধ্য হ'ল। চন্দ্ৰগুপ্তই আফগানিস্থান, কাবুল, কান্দাহাৰ আৰু হীৰাতো মৌৰ্য্য সাম্ৰাজ্যৰ ভিতৰুৱা কৰি লৈছিল। শেষ জীৱন তেওঁ মহীশূৰত ধৰ্ম্ম-চৰ্চ্চা কৰি কটায়।

## মেগাস্থিনিচ্

গ্ৰীক সেনাপতি চেলিউকচে চন্দ্ৰগুপ্তৰ ৰাজসভাত এজন ৰাজদূত ৰাখিছিল, তেওঁৰ নাম মেগাস্থিনিচ্। তেওঁ লিখি গৈছিল যে, সেই কালত হিন্দুবিলাক বীৰ, ধাৰ্ম্মিক আৰু সুসভ্য আছিল। মগধ সাম্ৰাজ্যত মানুহে চুৰি আৰু ডকাইতি কৰিব নাজানিছিল। মানুহে কেতিয়াও মিছা নকৈছিল। ৰাজধানী পাটলিপুত্ৰ অসীম সমৃদ্ধিশালী নগৰ আছিল।

———



# সম্ৰাট অশোক

চন্দ্ৰগুপ্তৰ পাচত পুতেক বিন্দুসাৰ মগধৰ ৰজা হয়। তাৰ পাচত তেওঁৰ পুতেক অশোক মগধৰ ৰাজপাটত উঠিল। পৃথিবীৰ শ্ৰেষ্ঠ সম্ৰাট সকলৰ ভিতৰত অশোকৰ নামো জিলিকি আছে। অশোক কেৱল শ্ৰেষ্ঠ সম্ৰাটেই নহয়, শ্ৰেষ্ঠ মানবো আছিল। আগেয়ে তেওঁৰ নাম আছিল "চণ্ডাশোক।" কাৰণ তেওঁ বীৰ হলেও প্ৰথম অৱস্থাত অত্যাচাৰী আছিল। 'চণ্ড' শব্দৰ অৰ্থ বৰ খঙাল।

অশোকৰ সিংহাসন লাভ সম্বন্ধে এটি গল্প আছে। তেওঁৰ ভায়েক কেবাজনো। পিতাক বুঢ়া হলত ৰাজ্যৰ ভাৰ কাৰ ওপৰত দিয়ে ভবা চিন্তা লাগিল। তেওঁ শিক্ষাগুৰুকেই কোনজন ৰাজকোঁৱৰ ৰজা হোৱাৰ উপযুক্ত বাছিবলৈ কলে। গুৰুৱে তেতিয়া ঘোষণা কৰিলে যে, ৰাজসভাত ৰাজকোঁৱৰ সকলৰ ভিতৰত যিজনৰেই আসন, বসন আৰু আহাৰ উত্তম বুলি প্ৰমাণ হব তেওঁকেই আটাইতকৈ যোগ্য কোঁৱৰ বুলি ধৰা হব।



তেতিয়া ৰাজকোঁৱৰ সকলে অতি জাকজমককৈ সাজপাৰ আৰু হীৰা, মুকুতা আদিৰ অলঙ্কাৰ পিন্ধিলে আৰু খাবৰ কাৰণে নানাবিধ ৰাজভোগ লৈ ৰাজসভালৈ আহিল। সকলোৱে আহি মণি মুক্তা খটোৱা বহুমূলীয়া আসনত বহিল। কিন্তু ইফালে অশোকে অতি কষ্টেৰে দিন নিয়াব লগা হৈছিল। কাৰণ ৰজাই তেওঁৰ মাক আৰু তেওঁক অনাদৰ কৰিছিল। তেওঁ ভাল সাজ পাৰ ক'ত



অশোকক মাকে কাপোৰ দিছে

পাব? তেওঁ মাকে নিজ হাতে বোৱা নতুন কপাহী কাপোৰ এখনকে পিন্ধি ললে আৰু খাবলৈ আনিলে এঘটী গঙ্গাৰ পানী। তাকে লৈ তেওঁ ৰাজসভালৈ আহিল আৰু মাটিতে কঠ পাৰি বহি থাকিল।

শিক্ষাগুৰুৱে এজন এজনকৈ কোঁৱৰ সকলৰ আসন, বসন আৰু আহাৰ পৰীক্ষা কৰি শেষত অশোকৰ ওচৰলৈ আহিল। অশোকৰ লাহ-বিলাহ নোহোৱা পৱিত্ৰ বসন, পৱিত্ৰ গঙ্গাৰ পানী আৰু তলত নিঃকিন ভাবে বহা আসন দেখি গুৰুদেৱ মুগ্ধ হ'ল। জ্ঞানী গুৰুৱে অশোকক কোঁৱৰ সকলৰ ভিতৰত যোগ্য বুলি বাছি দিলে। অশোক যুৱৰাজ হ'ল। পাচত পিতাক মৰিলত তেওঁ ৰজা হৈ বহিল। ভায়েকহঁতে সিংহাসনৰ বাবে হাই-কাজিয়া কৰিলে, কিন্তু অশোকৰ বীৰত্বৰ আগত সকলোৱে হাৰিল।

অশোকে ৰজা হোৱাৰ আঠ বছৰ পাচত কলিঙ্গ নামে এখন দেশ জয় কৰিছিল। বৰ্ত্তমান উৰিষ্যাই এই কলিঙ্গ দেশ আছিল। যুঁজত অসংখ্য মানুহ মৰি দেশখন উছন্ হ'ল। তাকে দেখি অশোকৰ মনত বৰ দুঃখ লাগিল। তেতিয়াৰ পৰা তেওঁ মহৎ হৈ উঠিল। উপগুপ্ত নামে বৌদ্ধ সাধু এজনৰ ওচৰত তেওঁ বৌদ্ধ ধৰ্ম্ম গ্ৰহণ কৰিলে। পাচত গুৰুৰ লগত গোটেই ভাৰতৰ বৌদ্ধ তীৰ্থবোৰ চাই ফুৰিলে। কপিলাবস্তু, সাৰনাথ, বুদ্ধগয়া কুশীনগৰ আদিত বহুত বৌদ্ধ বিহাৰ আৰু মঠ সাজি দিলে। ঠায়ে ঠায়ে বহুত স্তম্ভ নিৰ্ম্মাণ কৰি দিলে। স্তম্ভৰ ওপৰত সিংহৰ মূৰ্ত্তি আৰু চক্ৰ সাজি দিলে। মানুহে যাতে বৌদ্ধ ধৰ্ম্মৰ সজ উপদেশবোৰ শিকিব পাৰে তাৰ বাবে সেইবোৰৰ গাত ধৰ্ম্মৰ উপদেশবোৰ লিখি দিলে। পৰ্ব্বতৰ শিলতো ধৰ্ম্মৰ উপদেশবোৰ কাটি কাটি লিখি দিলে। এতিয়া অশোক চণ্ডাশোকৰ ঠাইত "ধৰ্ম্মাশোক" হ'ল।

তেওঁ লিখি প্ৰচাৰ কৰা উপদেশবোৰ এই—ভালপোৱাৰ দ্বাৰা আনক জয় কৰিবা। কাকো কেতিয়াও হিংসা নকৰিবা। পিতৃ-মাতৃক



ভক্তি কৰিবা। সদায় সত্য কথা কবা। আত্মসংযমী হবা। বেয়া কাম নকৰিবা। কেতিয়াও পৰৰ অপকাৰ নকৰিবা। সদায়




সৎচিন্তা কৰিবা। জীৱৰ প্ৰতি দয়ালু হবা। এইদৰে লিখি দিয়া কথাবিলাককেই অশোকৰ 'শিলালিপি' বোলে।

অশোকৰ এনেকুৱা স্তম্ভ সাৰনাথত, এলাহাবাদত আৰু দিল্লীত আজি কালিও দেখা যায়। অশোকে উপদেশ দিয়েই নেৰিছিল। তেওঁ উপদেশবোৰ কাৰ্য্যতো পৰিণত কৰিছিল। পৃথিবীত বৌদ্ধ ধৰ্ম্ম প্ৰচাৰৰ বাবে তেওঁ দেহে কেহে লাগিছিল। তেওঁৰ দিনতে চীন,

অশোক স্তম্ভ

অশোক স্তম্ভৰ ওপৰত সিংহমূৰ্ত্তি

জাপান, তিব্বত, ব্ৰহ্মদেশ, যবদ্বীপ, ইণ্ডোচীন, আফ্ৰিকা পৰ্য্যন্ত বৌদ্ধ ধৰ্ম্ম প্ৰচাৰ হৈছিল। তেওঁ পুতেক মহেন্দ্ৰ আৰু জীয়েক সঙ্ঘমিত্ৰাকো সিংহললৈ বৌদ্ধ ধৰ্ম্ম প্ৰচাৰৰ বাবে পঠিয়াইছিল। ইয়াত বাজেও তেওঁ অসংখ্য প্ৰজাহিতকৰ কাম কৰিছিল। তেওঁ প্ৰজাবিলাকক



নিজৰ সন্তানৰ দৰে দেখিছিল। অশোক আছিল মহাদানী। ৰাজ ভঁড়ালৰ সকলো ধন তেওঁ ধৰ্ম্মপ্ৰচাৰ আৰু দানতেই উদং কৰি পেলাইছিল। তেওঁ নিজে সম্ৰাট হৈয়ো সাধাৰণ মানুহৰ দৰে সৰল জীৱন যাপন কৰিছিল।

সাৰনাথৰ বৌদ্ধস্তূপ

পৃথিবীৰ বুৰঞ্জীত অশোকৰ মহত্বৰ তুলনা নাই। তেওঁ অহিংসা মন্ত্ৰেৰে গোটেই বিশ্ব জয় কৰিছিল। সেইবাবেই তেওঁ মহামানৱ। তেওঁৰ নীতিৰ চানেকী স্বৰূপে অশোক চক্ৰৰ ছবি আমাৰ জাতীয় পতাকাত দেখা যায় আৰু তেওঁৰ স্তম্ভৰ সিংহমূৰ্ত্তি আমাৰ জাতীয় চৰকাৰে প্ৰতীক স্বৰূপে ব্যৱহাৰ কৰিছে। এইবোৰ মহৎ গুণৰ কাৰণেই তেওঁ পৃথিবীৰ শ্ৰেষ্ঠ মানব সকলৰ শাৰীত উঠিছে।

———



# বিক্ৰমাদিত্য আৰু কালিদাস

মহাৰাজ অশোকৰ পাচৰ পৰা মৌৰ্য্যবংশ দুৰ্ব্বল হৈ আহে আৰু অইন বংশই এই ৰাজ্য অধিকাৰ কৰি লয়। তাৰ ভিতৰত গুপ্তবংশই সকলোতকৈ পৰাক্ৰমী আছিল। গুপ্তবংশৰ ভিতৰত আটাইতকৈ প্ৰতাপী ৰজা আছিল দ্বিতীয় চন্দ্ৰগুপ্ত। তেওঁ সমুদ্ৰগুপ্তৰ পুতেক। সমুদ্ৰগুপ্তও কম পৰাক্ৰমী ৰজা নাছিল। তেওঁ যেনে দিগ্বিজয়ী যোদ্ধা, তেনে কবি আৰু গায়ক আছিল। বহুত বুৰঞ্জী লিখকে তেওঁক "ভাৰতৰ নেপোলিয়ন" নাম দিছে।

দ্বিতীয় চন্দ্ৰগুপ্তক বিক্ৰমাদিত্য নামেও জনা যায়। এই জনা ৰজা বৰ সুবিচাৰক আছিল বুলি বুৰঞ্জীত বিখ্যাত। শক নামে এটা দুৰ্দ্দান্ত জাতিক দমন কৰাত বিক্ৰমাদিত্যৰ বীৰত্ব ভালদৰে প্ৰকাশ পাইছিল। শকবিলাকে ভাৰতৰ পশ্চিম গিৰিপথেদি আহি ভাৰতত সোমাই বৰ ক্ষমতা দেখুৱাইছিল। পিছে বিক্ৰমাদিত্যই তুমুল যুঁজ কৰি সিহঁতক হৰুৱায়। তেতিয়াৰ পৰা তেওঁ "শকাৰী" উপাধি লাভ কৰে।

**কালিদাসৰ কাহিনী**—বিক্ৰমাদিত্যৰ ৰাজধানী পাটলিপুত্ৰ আৰু উজ্জয়িনী দুয়ো ঠাইতে আছিল। তেওঁৰ সভাত কালিদাস নামে এজন শ্ৰেষ্ঠ পণ্ডিত আছিল।

কালিদাসৰ দৰে ডাঙৰ পণ্ডিত আজিও পৃথিৱীত ওলোৱা নাই।



এওঁ সংস্কৃত ভাষাত "শকুন্তলা" নামে এখন নাটক লিখিছিল। ই অতি ওখ খাপৰ। তদুপৰি তেৱেঁই ৰঘুবংশ, মেঘদূত, কুমাৰসম্ভৱ আদি অমৰ কাব্য লিখি থৈ গৈছে।

কালিদাসে লিখা পুথি কুমাৰসম্ভৱ আদিৰ পৰা সেই সময়ত উজ্জয়িনীৰ জীৱন যাত্ৰা সম্বন্ধে বহু কথা পোৱা যায়। চন্দ্ৰগুপ্তৰ ৰাজত্বৰ সময়ত হেনো উজ্জয়িনীৰ প্ৰজাবিলাক বৰ সুখ শান্তিত আছিল। দুঃখ-কষ্ট বোলা কথাই নাছিল। ৰজাক সকলোৱে দেৱতাৰ নিচিনা ভক্তি কৰিছিল। ৰাজ্যত যাগ-যজ্ঞ, পূজা-সেৱা সদায় চলি আছিল। তিৰোতাবিলাকে সকলো ঘৰুৱা কাম কৰিছিল আৰু নানা লাহ-বিলাহৰ অলঙ্কাৰ পিন্ধিছিল। জাতিভেদৰ নিয়ম বৰ কঠোৰ আছিল। বিদ্যাশিক্ষাত সকলোৰে উৎসাহ আছিল। ৰজাই প্ৰজাৰ বিপদত সদায় সহায় কৰিছিল। এই কাৰণেই গুপ্ত যুগক 'সোণালী যুগ' বোলা হয়।

## চীনা পৰিব্ৰাজক ফাহিয়ানৰ বিবৰণ

চন্দ্ৰগুপ্ত বিক্ৰমাদিত্যৰ ৰাজত্বৰ সময়ত চীনদেশৰ পৰা এজন পৰিব্ৰাজক বা দেশ ভ্ৰমণকাৰী আহিছিল। তেওঁৰ নাম আছিল ফাহিয়ান। তেওঁ ভাৰতত ছয় বছৰকাল আছিল। সেই কেইবছৰৰ ভিতৰত পেচোৱাৰ, তক্ষশীলা, মথুৰা, কনৌজ, কপিলাবস্তু, শ্ৰাবস্তি, পাটলিপুত্ৰ, ৰাজগৃহ, বৈশালী আদি নগৰ চাই ফুৰিছিল। ফাহিয়ানে সেই যুগৰ এটা বিবৰণ লিখি থৈ গৈছে। সেই বিবৰণৰ পৰাই প্ৰাচীন ভাৰতৰ বহুত কথা জানিব পৰা যায়।

তেওঁ লিখি থৈ গৈছে যে—চন্দ্ৰগুপ্ত এজন আদৰ্শ ৰজা আছিল। ৰাজ্যত সকলোৱে সুখী আছিল। কাৰো একোৰে অভাৱ নাছিল। দেশত

চোৰ-ডকাইত নাছিল। অপৰাধীক কঠোৰ শাস্তি দিয়া নিয়ম নাছিল। ঠায়ে ঠায়ে চিকিৎসালয়, ধৰ্ম্মশালা, বিহাৰ, দেৱ মন্দিৰ আদি আছিল। তেতিয়াও পাটলিপুত্ৰত অশোকৰ সময়ৰ বহুত অট্টালিকা আছিল। ফাহিয়ানে সেইবোৰৰ কাৰুকাৰ্য্য দেখি তবধ মানিছিল। ভাৰতৰ পৰা বেপেৰুৱা জাহাজেৰে অইন দেশলৈ মালবস্তু অনা-নিয়া কৰিছিল।

পাটলিপুত্ৰৰ ওচৰত থকা বিখ্যাত নালন্দা বিশ্ববিদ্যালয় বৰ প্ৰসিদ্ধ হৈ উঠিছিল। ইয়াত দেশ বিদেশৰ দহ হাজাৰ ছাত্ৰই নানা



নালন্দা বিশ্ববিদ্যালয়ৰ থকা খোঁটালী

বিষয় চৰ্চ্চা কৰিছিল। এতিয়া নালন্দা বিশ্ববিদ্যালয়ৰ ভগ্নস্তূপ মাটি খানি উলিওৱা হৈছে। ই এসময়ত এচিয়াৰ ভিতৰত সৰ্ব্বপ্ৰধান শিক্ষাকেন্দ্ৰ আছিল। গুপ্তবংশ ধ্বংসৰ পাচত ইয়াৰ গৌৰৱ আৰু বাঢ়ি উঠিছিল।

ফাহিয়ানে বঙ্গোপসাগৰৰ পাৰত বিখ্যাত বন্দৰ তাম্ৰলিপ্তৰ পৰা জাহাজেৰে যবদ্বীপ বা যাভালৈ যায়। তাৰ পৰা আকৌ চীন দেশ ওলায়গৈ।



# হৰ্ষবৰ্দ্ধন

গুপ্তসকলৰ সোণালী যুগো লাহে লাহে শেষ হৈ গ'ল। মধ্য এচিয়াৰ হুন্ নামে এটা জাতি আহি ভাৰতত সোমাল। হুন্‌বিলাক বৰ দুৰ্দ্দান্ত আৰু পৰাক্ৰমী আছিল। সিবিলাকক ভাৰতীয় ৰজা সকলৰ ভিতৰত বাধা দিবলৈ কাৰো ক্ষমতা নহল। থানেশ্বৰৰ ৰজা প্ৰভাকৰবৰ্দ্ধনেহে অসীম বিক্ৰমেৰে যুঁজি হুন্‌বিলাকক ভাৰতৰ পৰা খেদি দিছিল; তেওঁৰ পাচত পুতেক ৰাজ্যবৰ্দ্ধন থানেশ্বৰৰ সিংহাসনত উঠে।

ৰাজ্যবৰ্দ্ধনৰ ভনীয়েক ৰাজ্যশ্ৰীক কনৌজৰ ৰজা গ্ৰহবৰ্ম্মণে বিয়া কৰাইছিল। ৰাজ্যবৰ্দ্ধনে ৰজা হৈয়েই শুনিলে যে,—গৌড় আৰু মালৱৰ ৰজাই লগ হৈ কান্যকুব্জ (কনৌজ) আক্ৰমণ কৰিছে। গ্ৰহবৰ্ম্মণ যুদ্ধত মৰিছে আৰু তেওঁৰ ভনীয়েক ৰাজ্যশ্ৰী বিন্ধ্য পৰ্ব্বতৰ ফালে পলাই গৈছে।

ৰাজ্যবৰ্দ্ধনে ততাতৈয়াকৈ গৈ কনৌজ উদ্ধাৰ কৰিলে কিন্তু উভতি আহোঁতে বাটতে তেওঁক গৌড়ৰ ৰজা শশাঙ্কই বধ কৰিলে। ইয়াৰ পাচত ৰাজ্যবৰ্দ্ধনৰ সুমলীয়া ভায়েক হৰ্ষবৰ্দ্ধনে শিলাদিত্য নাম লৈ থানেশ্বৰৰ সিংহাসনত উঠিল। তেতিয়া হৰ্ষবৰ্দ্ধনৰ বয়স ষোল বছৰ মাথোন। তেওঁ থানেশ্বৰ আৰু কনৌজ দুয়োখন ৰাজ্যৰ ৰজা হ'ল।

হৰ্ষবৰ্দ্ধনে ৰজা হৈয়েই ভনীয়েক ৰাজ্যশ্ৰীক উদ্ধাৰ কৰিবলৈ সসৈন্যে আগবাঢ়িল। এজন বৌদ্ধ সন্ন্যাসীৰ মুখত ৰাজ্যশ্ৰীয়ে বিন্ধ্য পৰ্ব্বতত থকা বুলি খবৰ পালে। সিপিনে ৰাজ্যশ্ৰীয়ে উদ্ধাৰৰ আশা এৰি একুৰা দপ্‌দপীয়া জুই জ্বলাই তাত জপিয়াই পৰি মৰিবলৈ সাজু হৈছে। এনেতে হৰ্ষবৰ্দ্ধনে বিচাৰি গৈ তেওঁক লগ পাই উদ্ধাৰ কৰি লৈ আহিল।



ৰাজ্যশ্ৰী জুইত জাপ দিবলৈ গৈছে

ভনীয়েকক উদ্ধাৰ কৰাৰ পাচত হৰ্ষবৰ্দ্ধনে ভাতৃবধীৰ ওপৰত পোটক তুলিবলৈ মন কৰিলে। সেই সময়ত কামৰূপৰ ৰজা আছিল কুমাৰ ভাস্কৰ বৰ্ম্মণ। হৰ্ষবৰ্দ্ধনে তেওঁৰ লগত মিত্ৰতা কৰিলে আৰু দুয়ো একেলগে গৌড় দেশ আক্ৰমণ কৰিলে। তাৰ ৰজা শশাঙ্কক যুঁজত হৰুৱাই গৌড় দেশ অধিকাৰ কৰি দুয়ো ভগাই ললে।



হৰ্ষবৰ্দ্ধন বৰ বীৰ আছিল। তেওঁ লাহে লাহে নিজ পৰাক্ৰমেৰে গোটেই উত্তৰ ভাৰত অধিকাৰ কৰিলে আৰু বহু ৰজাৰ ওপৰত সম্ৰাট হ'ল। তেওঁৰ ৰাজ্য উত্তৰে হিমালয়ৰ পৰা দক্ষিণে বিন্ধ্য পৰ্ব্বত পৰ্য্যন্ত বিয়পি আছিল।

হৰ্ষবৰ্দ্ধন অকল বীৰেই নাছিল, তেওঁ এজন পণ্ডিত, কবি আৰু নাট্যকাৰ আছিল। তেওঁৰ ৰাজসভাত অনেক পণ্ডিত আৰু শিল্পী আছিল। পণ্ডিতক তেওঁ বৰ আদৰ কৰিছিল। বিখ্যাত পণ্ডিত বাণভট্ট হৰ্ষৰ ৰাজসভাত আছিল। বাণভট্টই "কাদম্বৰী" নামে এখন উপন্যাস আৰু "হৰ্ষচৰিত" নামে ৰজাৰ জীৱন চৰিত এখন লিখি থৈ যায়। হৰ্ষই নিজেও "ৰত্নাৱলী" আদি তিনিখন নাটক সংস্কৃত ভাষাত লিখিছিল।

হৰ্ষ প্ৰথমে শিৱভক্ত আছিল। পাচত তেওঁ বৌদ্ধ ধৰ্ম্ম গ্ৰহণ কৰে। তেওঁ ধৰ্ম্মসভা পাতি তালৈ গোটেই ভাৰতৰ ৰজা, মহাৰজা সকলক নিমন্ত্ৰণ কৰি আনিছিল। কিন্তু কামৰূপ ৰাজ্যৰ ৰজা কুমাৰ ভাস্কৰ বৰ্ম্মণক তেওঁ সকলোৰে আগত স্থান দি অশেষ সমাদৰ কৰিছিল। এই বিষয়ে পিচত আৰু পঢ়িবলৈ পাবা।

হৰ্ষবৰ্দ্ধন আছিল ভাৰতৰ প্ৰধান ৰজা সকলৰ ভিতৰত এজন। এৱেঁই ভাৰতৰ শেষ হিন্দু সম্ৰাট।

———

# হিউএন্ চাঙৰ বিবৰণ

হৰ্ষবৰ্দ্ধনৰ ৰাজত্ব কালতে চীনদেশত বিখ্যাত ভ্ৰমণকাৰী হিউএন্ চাঙ ভাৰতলৈ আহিছিল। তেওঁ এজন বৌদ্ধ সাধু। বৌদ্ধ ধৰ্ম্মৰ তীৰ্থস্থানবোৰ চোৱা আৰু বৌদ্ধ শাস্ত্ৰ চৰ্চ্চা কৰাই তেওঁৰ উদ্দেশ্য আছিল। হিউএন্ চাঙে বহু বৌদ্ধ শাস্ত্ৰ সংগ্ৰহ কৰি নিজ দেশলৈ লৈ যায়। তেওঁ বৰ বিদ্বান, দেখিবলৈ ধুনীয়া আৰু ওখ পুৰুষ আছিল।

তেওঁ পোন্ধৰ বছৰ গোটেই ভাৰত ভ্ৰমণ কৰি প্ৰত্যেক ঠাইৰে বিবৰণ লিখি থৈ যায়। তেওঁৰ ভ্ৰমণ কাহিনীৰ পৰাই প্ৰাচীন ভাৰতৰ বহু বিবৰণ পোৱা গৈছে। তেওঁ লিখিছিল যে,— সম্ৰাট হৰ্ষবৰ্দ্ধন বৰ পৰাক্ৰমী আছিল। তেওঁৰ প্ৰজাবিলাক বৰ সুখ শান্তিত আছিল। প্ৰজাই অতি সামান্য কৰ দিব লাগিছিল। সম্ৰাটে প্ৰজাৰ দুখ দুৰ্গতি গুচাবলৈ সদায় চেষ্টা কৰিছিল। ৰজাই নিজে সকলো কাম পৰিদৰ্শন কৰিছিল। দোষীক কঠোৰ শাস্তি দিয়া হৈছিল।

দেশত যাতে কোনেও জীৱহত্যা কৰিব নোৱাৰে তাৰ বাবে সম্ৰাটে বহুত নিয়ম কানুন কৰিছিল। দেশৰ সকলো ফালে ডাঙৰ আলিবাট, অতিথিশালা আৰু চিকিৎসালয় আছিল। সম্ৰাটে পণ্ডিত আৰু জ্ঞানীক বৰ সমাদৰ কৰিছিল। ধনতকৈ বিদ্যাৰ সন্মান সদায় বেচি আছিল।

সম্ৰাটে সকলো ধৰ্ম্মকে সমান দেখিছিল। ওচৰাওচৰিকৈ হিন্দু মন্দিৰ আৰু বৌদ্ধ বিহাৰ থকা দেখা গৈছিল। ৰজাই এমাহ জুৰি ধৰ্ম্মসভা পাতিছিল। তাত ধৰ্ম্ম সম্বন্ধে বহুত আলোচনা হৈছিল।



হৰ্ষবৰ্দ্ধন বৰ দানী আছিল। এমহীয়া সভাৰ পাচত তেওঁ ৰাজ-ভঁড়াল উদং কৰি দান কৰিছিল।

হিউএন্ চাঙে নালন্দা বিশ্ববিদ্যালয়ত দুবছৰ শাস্ত্ৰ চৰ্চ্চা কৰি কটাইছিল। নালন্দা আৰু পাটলিপুত্ৰৰ হুবহু বিবৰণ এওঁ লিখি থৈ যায়। ইয়াত হেনো সকলো ছাত্ৰকে বিনা মাচুলে আৰু বিনা খৰচে পঢ়োৱা হৈছিল। ইয়াত পৰীক্ষা লৈহে ছাত্ৰৰ নাম ভৰ্ত্তি কৰিছিল। ইয়াৰ ভগ্নাৱশেষত কামৰূপৰ ৰজা কুমাৰ ভাস্কৰ বৰ্ম্মণৰো মোহৰ ওলাইছে।

সেই সময়ত নালন্দাত শীলভদ্ৰ নামে এজন অধ্যক্ষ আছিল। তেওঁ এজন সৰ্ব্বশ্ৰেষ্ঠ পণ্ডিত আৰু জ্ঞানী লোক আছিল।

———

# কুমাৰ ভাস্কৰ বৰ্ম্মণ

তেৰশ মান বছৰৰ আগেয়ে কুমাৰ ভাস্কৰ বৰ্ম্মণে প্ৰাগ্‌জ্যোতিষ্‌-পুৰত ৰাজত্ব কৰিছিল। তেওঁক বহুত পণ্ডিতে ভগদত্তৰ বংশধৰ বুলি কয়। কুমাৰ ভাস্কৰ বৰ্ম্মণৰ দিনত প্ৰাচীন কামৰূপৰ গৌৰৱ গোটেই ভাৰততে জয় জয় ময় ময় হৈ উঠিছিল।

এওঁ যেতিয়া প্ৰাগ্‌জ্যোতিষ্‌পুৰৰ ৰজা তেতিয়া কনৌজৰ ৰজা আছিল হৰ্ষবৰ্দ্ধন বা শিলাদিত্য। এওঁ আছিল হিন্দু ধৰ্ম্মী, তেওঁ আছিল বৌদ্ধ ধৰ্ম্মী। তথাপি দুয়ো ৰজাৰ নলে গলে লগা বন্ধুত্ব আছিল। হৰ্ষবৰ্দ্ধনৰ সভাত ভাস্কৰ বৰ্ম্মণক সদায় আগত বহুৱাই সন্মান কৰিছিল। কুমাৰ ভাস্কৰ বৰ্ম্মণ হৰ্ষবৰ্দ্ধনতকৈ কম ক্ষমতাশালী নাছিল।

এই সময়ত কামৰূপ আৰু কনৌজৰ মাজত গৌড়দেশৰ ৰজা শশাঙ্ক বৰ অত্যাচাৰী হৈ উঠিছিল। হৰ্ষবৰ্দ্ধন আৰু ভাস্কৰ বৰ্ম্মণে পশ্চিম আৰু পূবৰ পৰা আক্ৰমণ কৰি শশাঙ্কক ৰণত হৰুৱায় আৰু গৌড়দেশ দুয়োৰো মাজত ভগাই লয়। তেওঁলোকে ভাগীৰথী নৈকে দুয়োখন ৰাজ্যৰ সীমা কৰে।

কুমাৰ ভাস্কৰ বৰ্ম্মণে চীনা পৰিব্ৰাজক হিউএন্ চাঙক হৰ্ষবৰ্দ্ধনৰ ৰাজসভাত লগ পায়। তেওঁ চীন দেশৰ পৰা খোজ কাঢ়ি আহি গোটেই



ভাৰত ভ্ৰমণ কৰিছিল। কুমাৰ ভাস্কৰ বৰ্ম্মণে এই বৌদ্ধ সাধুজনক তেওঁৰ ৰাজধানীলৈ মাতি আনিছিল।

হিউএন্ চাঙে লিখা কামৰূপৰ বিবৰণ—সাধু হিউএন্ চাঙে কামৰূপলৈ আহি এটা বিবৰণ লিখি থৈ যায়। তাৰপৰা সেই সময়ত আমাৰ ৰাজ্যৰ অৱস্থা কেনে আছিল তাক ভালকৈ জানিব পাৰি। সেই কালত কামৰূপ ৰাজ্য সুখ শান্তিৰে ভৰপূৰ আছিল। তেতিয়াৰ কথা মনত কৰিলে আমি নিজে নিজে গৌৰৱ কৰিবলগীয়া হয়। তেওঁ লিখিছিল—"সেই সময়ত প্ৰাচীন কামৰূপ ৰাজ্যৰ দীঘ ১৬৭৫ মাইল আৰু ৰাজধানী প্ৰাগ্‌জ্যোতিষ্‌পুৰৰ দীঘ ছয় মাইল আছিল। ৰাজধানীৰ পৰা ৰাজ্যৰ সীমালৈ যাওঁতে এজন মানুহৰ দুমাহ সময় লাগিছিল। মানুহবিলাক বিদ্বান আছিল আৰু পণ্ডিতক সন্মান কৰিছিল। ধন-সোণ আৰু শস্যেৰে দেশ ভৰপূৰ আছিল। মানুহবিলাক কৰ্ম্মী, বিদ্যানুৰাগী, চৰিত্ৰৱান, বলী, উৎসাহী আৰু ভক্ত আছিল। ইয়াৰ পানী আৰু বায়ু শীতল আৰু স্বাস্থ্যকৰ আছিল। এই ৰাজ্যৰ ভাষা সুকীয়া আছিল। ৰজা কুমাৰ ভাস্কৰ বৰ্ম্মণো এজন বৰ গুণী আৰু বিদ্যানুৰাগী পুৰুষ আছিল।"

———




### কোঁচ ৰাজত্বৰ কথা

কোঁচ বা ৰাজবংশীবিলাক পাঁচ শ মান বছৰৰ আগেয়ে বৰ্ত্তমান অসম আৰু পূৰ্ব্ববঙ্গ অঞ্চলত বৰ প্ৰতাপী হৈ উঠিছিল। হাৰিয়া মণ্ডল নামে এজন মেচ কোঁচ ৰজা সকলৰ আদি পুৰুষ। কমতাপুৰৰ শেষ ৰজা নীলাম্বৰৰ সময়ত এওঁ গোৱালপাৰা জিলাৰ চিকনগ্ৰামত প্ৰধান হৈ উঠে। এওঁৰ দুজন পুতেক বিশু আৰু শিশু। এওঁলোক দুয়ো লাহে লাহে বৰ প্ৰতাপী হৈ উঠিল। সেই সময়ত আমাৰ ৰাজ্যত ভূঞাবিলাকৰ বহুত সৰু সৰু ৰাজ্য আছিল। বিশু আৰু শিশুৱে কেইবাখনো ভূঞাৰাজ্য অধিকাৰ কৰি ললে। শেষত বিশুৱে বিশ্বসিংহ নাম লৈ ৰজা হ'ল। তেওঁ ৰাজধানী চিকনগ্ৰামৰ পৰা তুলি নি কোচবিহাৰত পাতিলে। শিশুৱে শিৱসিংহ নাম লৈ যুবৰাজ হৈছিল। এওঁৰ ৰাজ্য পূবে বৰনদীৰ পৰা পশ্চিমে কৰতোয়ালৈকে বহল আছিল।

বিশ্বসিংহৰ মৃত্যুৰ পাচত তেওঁৰ পুতেক মল্লদেৱ নৰনাৰায়ণ নাম লৈ কোঁচ ৰাজ্যৰ ৰজা হ'ল। তেওঁ ৰজা হৈয়ে ভায়েক শুক্লধ্বজক যুবৰাজ আৰু সেনাপতি পাতিলে। শুক্লধ্বজে চিলাৰ নিচিনা চোঁ মাৰি ৰাজ্যৰ পাচত ৰাজ্য জয় কৰিছিল। সেই কাৰণে তেওঁ "চিলাৰায়" নাম পায়।



নৰনাৰায়ণ আৰু চিলাৰায় দুয়ো ভাই-ককাইৰ সৰু কালৰ পৰা বৰ মিলাপ্ৰীতি আছিল—যেন ৰাম আৰু লক্ষ্মণহে। দুয়ো সৰুতে কাশীত গৈ বিদ্যালাভ কৰিছিল। দুয়ো বাহুবলী আৰু যুদ্ধবিদ্যাত বৰ পাৰ্গত আছিল।

ৰজা হৈ নৰনাৰায়ণে কোঁচ ৰাজ্য বহলাবলৈ মন কৰিলে। চিলাৰায়ৰ সহায়ত তেওঁ গড়গঞা আহোম ৰজাকো কৰতলীয়া কৰিলে। আশে পাশে থকা আৰু বহুত ৰাজ্য চিলাৰায়ে জয় কৰি কোঁচ ৰাজ্যৰ তলতীয়া কৰিলে। দিনক দিনে কোচ ৰাজ্য সমৃদ্ধিশালী হৈ আছিল।

**চিলাৰায়**—চিলাৰায় এজন বীৰ আছিল। তেওঁৰ বীৰত্ব দেখি সকলোৱে আচৰিত মানিছিল। যুৱৰাজ আৰু সেনাপতি হৈ তেওঁ কোঁচ সেনাবিলাকক ভালকৈ যুদ্ধ কৰিবলৈ শিকাই এটা ফৌজ গঠন কৰি ললে। তাৰ পাচত তেওঁ দিগ্বিজয় কৰিবলৈ বাহিৰ হ'ল। তেওঁ আহোমক যুঁজত হৰুৱাই নাৰায়ণপুৰলৈ আহোম ৰাজ্য অধিকাৰ কৰিলে। কছাৰী আৰু জয়ন্তীয়া ৰজা তেওঁৰ কৰতলীয়া হ'ল। মণিপুৰৰ ৰজাই বিনাযুদ্ধে তেওঁৰ বশ্যতা স্বীকাৰ কৰিলে। ত্ৰিপুৰা আৰু শ্ৰীহট্টৰ ৰজাক তেওঁ যুঁজত বধ কৰিলে। এইদৰে য'লৈ গৈছিল তাতেই তেওঁৰ জয় হ'ল। চিলাৰায়ক হৰুৱাব পৰা সমকক্ষ বীৰ কতো নোলাল। অৱশেষত গৌড় ৰাজ্য আক্ৰমণ কৰি তাত কেনেবাকৈ তেওঁ বন্দী হ'ল। পাচত এদিন গৌড়ৰ ৰাজমাওক সাপে খুটিলে। তেওঁক চিলাৰায়ে ভাল কৰি বন্দীশালৰ পৰা মুক্ত হ'ল। দ্বিতীয়বাৰ চিলাৰায় আৰু নৰনাৰায়ণ দুয়ো আক্ৰমণ কৰি গৌড় ৰাজ্যও অধিকাৰ কৰিলে। পিছে গৌড় জয় কৰি ঘূৰি আহোতে বসন্ত ওলাই গঙ্গাৰ

পাৰত চিলাৰায়ৰ মৃত্যু হ'ল। নৰনাৰায়ণ ৰজাৰো সোঁহাত ছিগাৰ দৰে হ'ল।

নৰনাৰায়ণ আৰু চিলাৰায়ে দেশত বহুত সৎকাম কৰে। কালাপাহাৰে ভাঙি যোৱাৰ পাচত কামাখ্যা মন্দিৰ তেওঁলোকে পুনঃ সজাই দিয়ে। তেওঁলোকৰ দুয়োৰো শিলৰ মূৰ্ত্তি কামাখ্যাত এতিয়াও আছে। নৰনাৰায়ণে ভায়েক গোঁহাই কমলৰ হতুৱাই নাৰায়ণপুৰৰ পৰা কোচবিহাৰলৈ এটা আলিবাট বন্ধাইছিল।

মহাৰাজ নৰনাৰায়ণ পৰম গুণী, মহৎ ধাৰ্ম্মিক আৰু সুশাসক ৰজা আছিল। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আহি তেওঁৰ ৰাজসভাত আছিল। তেওঁ বহুত সত্ৰ, দেৱালয় আদি পাতিছিল আৰু মানুহৰ অহাযোৱাৰ সুবিধাৰ্থে গোটেই ৰাজ্যত আলিবাট বন্ধাই দিছিল।



মহাৰাজ নৰনাৰায়ণৰ ৰাজসভা

মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাত ৰজা বিক্ৰমাদিত্যৰ ৰাজসভাৰ



দৰে বহুত বিজ্ঞ পণ্ডিত আছিল। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে ৰজাৰ পৰা সকলোতকৈ অধিক সন্মান পাইছিল। পাচত মহাপুৰুষৰ গুণত মুগ্ধ হৈ মহাৰাজ নৰনাৰায়ণে তেওঁৰ শিষ্য হবলৈ হেপাহ কৰিলে। কিন্তু ৰজাই যদিও তেওঁৰ শিষ্য হব নোৱাৰিলে, জীৱনৰ বাকী কাল ছোৱা তেওঁ বৈষ্ণৱৰ নিচিনাকৈ কটালে। জীৱনৰ আগছোৱাত তেওঁ বৰ দেৱীভক্ত আছিল।

তেওঁৰ দিনতে অসমীয়া বৈষ্ণৱ সাহিত্য গঢ়ি উঠে। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু তেওঁৰ প্ৰধান শিষ্য শ্ৰীমাধৱদেৱে এই সময়তে বহুত বৈষ্ণৱ পুঁথি ৰচনা কৰে। তেওঁৰ আদেশমতে সুবিখ্যাত পণ্ডিত পুৰুষোত্তম বিদ্যাবাগীশে সংস্কৃত ভাষাত 'ৰত্নমালা ব্যাকৰণ' লিখে। ৰাজসভাৰ অন্যান্য পণ্ডিত সকলৰ হতুৱাইও বহু বিষয়ৰ পুথি লিখাই তেওঁলোকক মহাৰাজে অশেষ পুৰস্কাৰ দিয়ে। এইদৰে নৰনাৰায়ণে ধৰ্ম্ম, ভাষা সাহিত্য, শিল্প সকলোৰে উন্নতি সাধি আমাৰ দেশখন জয় জয় ময় ময় কৰি তুলিছিল।

— — —

# মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ

এতিয়াৰ পৰা পাঁচশ বছৰ আগেয়ে আমাৰ দেশত এগৰাকী মহাপুৰুষ জন্মিছিল। তেওঁৰ নাম শ্ৰীশঙ্কৰদেৱ। নগাওঁ জিলাৰ আলি-পুখুৰী নামে গাৱঁত তেওঁৰ জন্ম হৈছিল। তেওঁৰ পিতাকৰ নাম কুসুম্বৰ ভূঞা আৰু মাকৰ নাম সত্যসন্ধ্যা। সৰু কালৰ পৰাই শ্ৰীশঙ্কৰদেৱৰ গাত মহাপুৰুষৰ লক্ষণ দেখা গৈছিল। তেওঁৰ শৰীৰ আৰু মনৰ বল অতুলনীয় আছিল। শ্ৰীশঙ্কৰদেৱ ডেকাকালত ইমান বলী আছিল যে, ভাদমহীয়া ভৰা ব্ৰহ্মপুত্ৰ তেওঁ অনায়াসে সাতুৰি পাৰ হৈছিল। এসময়ত তেওঁ এটা বলৱন্ত ষাঁড়ক ওফৰাই পেলাই দিছিল। লগৰীয়া সকলৰ মাজত তেওঁ আছিল নেতা আৰু সকলোৱে তেওঁক ডেকাগিৰি বুলিছিল। তেওঁ দেখিবলৈ বৰ ধুনীয়া আছিল। কেইবছৰ মানৰ ভিতৰতে তেওঁ হিন্দু ধৰ্ম্মৰ সকলো শাস্ত্ৰ পঢ়ি অগাধ পণ্ডিত হৈ উঠে।

শ্ৰীশঙ্কৰদেৱৰ সময়ত অসমৰ সামাজিক অৱস্থা বৰ শোচনীয় আছিল। তেতিয়া শক্তি পূজা বা দেৱী পূজা বৰ প্ৰৱলভাবে চলিছিল। আকৌ পূজা বা ধৰ্ম্মৰ নামত অশেষ অনাচাৰ ঘটিছিল। দেৱীৰ আগত মানুহ বলি দিয়া প্ৰথাও আছিল। সেই সময়ত মানুহে আচলতে ধৰ্ম্মৰ বাটৰ পৰা বহুত আঁতৰি গৈছিল। সেইবাবে তেওঁ ধৰ্ম্মৰ সত্যপথ মানুহক দেখুৱাবলৈ অহোপুৰুষাৰ্থ কৰিলে। তাৰবাবে তেওঁ কিছুমান পুথি লিখিলে। মানুহে সংস্কৃত ভাষা নুবুজিছিল বাবে তেওঁ সংস্কৃত শাস্ত্ৰৰ পৰা সাৰ ভাগ কাঢ়ি আনি অসমীয়া ভাষাত বহুত পুথি ৰচনা কৰিলে। সেইবোৰ পুথিৰ ভিতৰত কীৰ্ত্তন, দশম আদিয়ে প্ৰধান।



এইবোৰেই অসমীয়া ভাষাৰ অমূল্য গ্ৰন্থ। শ্ৰীশঙ্কৰদেৱ গীত, নাচ আৰু চিত্ৰবিদ্যাতো নিপুণ আছিল। তেওঁ দুবাৰ খোজ কাঢ়ি সুদূৰ দ্বাৰকালৈকে ভাৰতৰ তীৰ্থবোৰ ভ্ৰমণ কৰিছিল। এইদৰে ভ্ৰমণ কৰি তেওঁ অইন ঠাইৰ ধৰ্ম্মবোৰৰ আওভাও বুজি লৈছিল। প্ৰথম ভ্ৰমণৰ পাচৰ পৰাই তেওঁ একাণপতীয়া হৈ ধৰ্ম্ম প্ৰচাৰত লাগে।

শ্ৰীশঙ্কৰদেৱে প্ৰচাৰ কৰা বৈষ্ণৱ ধৰ্ম্মক 'একশৰণ নাম ধৰ্ম্ম' বোলে। এই ধৰ্ম্মত এক ঈশ্বৰকহে ভক্তি কৰিব লাগে। আন দেৱদেৱীৰ পূজা, বলিবিধান আদি ইয়াত নাই। ঈশ্বৰৰ ওচৰত কোনোৱে সৰু ডাঙৰ নহয়। নাম কীৰ্ত্তনৰ দ্বাৰা সকলোৱে ঈশ্বৰক ভক্তি কৰিব পাৰে। তেওঁৰ শিষ্য বিলাকৰ ভিতৰত বামুণ, শূদ্ৰিৰ, গাৰো, ভোট, যবন সকলো আছিল। প্ৰধান শিষ্য আছিল মহাপুৰুষ শ্ৰীমাধৱদেৱ। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ পাচত এৱেঁ ধৰ্ম্ম গুৰুৰ ভাৰ পায়। এওঁ প্ৰথমতে শাক্ত আছিল। পাচত এওঁ শ্ৰীশঙ্কৰদেৱৰ গুণত মুগ্ধ হৈ তেওঁৰ শৰণ ললে। শ্ৰীমাধৱদেৱো শাস্ত্ৰত অগাধ পণ্ডিত আছিল। এওঁ আমাৰ শ্ৰেষ্ঠ ধৰ্ম্মপুথি নামঘোষা আৰু অন্যান্য বহু পুথি লিখিছিল। অসমৰ ভিতৰত বিখ্যাত সত্ৰ বৰপেটা এওঁৰে স্থাপিত।

কোঁচৰজা মহাৰাজ নৰনাৰায়ণে শ্ৰীশঙ্কৰদেৱক বৰ ভক্তি শ্ৰদ্ধা কৰিছিল। শেষত ৰজাই তেওঁৰ গুণত মুগ্ধ হৈ এদিনাখন শৰণ লবলৈ ওলাল। সেইদিনাই কোচবিহাৰৰ ভেলাডবা নামে ঠাইত শ্ৰীশঙ্কৰদেৱে ইহলীলা সম্বৰণ কৰিলে। তেওঁ প্ৰায় ছয়কুৰি বছৰ জীয়াই আছিল।

শ্ৰীশঙ্কৰদেৱে প্ৰচাৰ কৰা একে বৈষ্ণৱ ধৰ্ম্মকে সেই সময়ত মহাপুৰুষ শ্ৰীদামোদৰদেৱ আৰু শ্ৰীহৰিদেৱেও অসমত বহুল ভাৱে প্ৰচাৰ কৰে। এওঁলোকৰ পন্থাৰো বহুত সত্ৰ অসমত আছে।

# গুৰু নানক

## শিখ ধৰ্ম্মৰ অভ্যুদয়

আমাৰ দেশত বহুত ধৰ্ম্মগুৰুই ধৰ্ম্ম প্ৰচাৰ কৰিছিল। তাৰে ভিতৰত গুৰু নানকো এজন। এওঁ পঞ্জাবৰ তলাবন্দী নামে ঠাইত জন্মগ্ৰহণ কৰে। এওঁৰ পিতাক দুখীয়া মানুহ আছিল। তেওঁ সামান্য বেহা-বেপাৰ কৰিয়েই কোনোমতে জীৱিকা উলিয়াইছিল।

সৰুৰে পৰা নানকে ঘৰুৱা কাম বনত মন নিদিছিল। সাধু সন্ন্যাসী লগ পালেই তেওঁ খেল-ধেমালি এৰিও ধৰ্ম্মৰ কথা শুনিছিল। এইবিলাক দেখি শুনি পিতাকে নানকক বিয়া কৰাই দিলে। নানকে কিছুদিন সংসাৰ কৰিলে; দুটা লৰাও জন্মিল। এই সময়ত পিতাকে তেওঁক বেপাৰ কৰিবলৈ দিছিল।



গুৰু নানক

এদিন কিছু টকা লৈ নানকে লোণ কিনিবলৈ গ'ল। হঠাৎ বাটতে তেওঁ কেইজনমান সন্ন্যাসী লগ পালে। কথা বতৰাত তেওঁ বুজিলে যে, এই সাধু সকলে কেইবা দিনো খাবলৈ নেপাই কষ্ট পাইছে। তেওঁৰ



মৰমতে হিয়া পমি গ'ল। লোণ কিনিবলৈ নিয়া টকা খিনি ভাঙি সন্ন্যাসী কেইজনক খুৱালে। তাৰ পাচত পৰম আনন্দমনে খালি হাতে ঘৰলৈ উভতি আহিল। পিতাকে বেপাৰৰ কথা সুধিলত নানকে পিতাকৰ আগত আচল কথাটো ভাঙি কলে। কথা শুনি পিতাকৰ বৰ খঙ উঠিল আৰু পুতেকক বৰ টান কথা শুনালে।

তাৰ পাচত নানকে ভাৰতৰ ধৰ্ম্মস্থানবোৰ চাই ফুৰিবলৈ ধৰিলে। নানা তীৰ্থ পৰ্য্যটন কৰি তেওঁ শেষত মক্কাত উপস্থিত হ'লগৈ। তাত এদিনাখন কাবা মচ্‌জিদৰ ফালে ভৰি দি তেওঁ শুই পৰিল। এনে কাৰ্য্যত এজন মোল্লাৰ বৰ খং উঠিল। তেওঁ তৎক্ষণাৎ নানকক জগাই দি কলে,—"ডাঙৰীয়া! আপোনাৰ এইটো কেনে আচৰণ? আল্লাৰ ফালে ভৰি দি শুইছে কিয়?" তেতিয়া নানকে কলে,—"মোৰ যদি ভুল হৈছে তুমিয়েই শুধৰাই দিয়া ভাই! যি ফালে আল্লা নাই সেই ফালে মোৰ ভৰি দুখন ঘূৰাই দিয়াচোন। মোল্লাজনে খঙেৰে তেওঁৰ ভৰি ঘূৰাই দিলত মচ্‌জিদটো নানকৰ ভৰিৰ ফালে ঘূৰি গ'ল। মোল্লাই ঘটনা দেখি বিচূৰ্ত্তি খালে। তেতিয়া তেওঁ নানকৰ ওচৰত সেও হৈ পৰিল।

এই নিচিনাকৈ নানা দেশ ঘূৰি ফুৰি নানকে বহু জ্ঞান লাভ কৰিলে আৰু সাধু সন্ন্যাসীৰ লগত ধৰ্ম্ম আলোচনা কৰিলে। শেষত তেওঁ ঘৰলৈ উভতি আহি এটা উদাৰ ধৰ্ম্মমত প্ৰচাৰ কৰিলে। নানকে প্ৰচাৰ কৰা ধৰ্ম্মৰ নাম 'শিখ' ধৰ্ম্ম। তেওঁৰ মতে আন দেৱ-দেৱী একো নাই। ঈশ্বৰ এজন। কি হিন্দু, কি মুছলমান, ধৰ্ম্মৰ কোনো পাৰ্থক্য নাই। কেৱল গুৰুৰ উপদেশমতে সৎপথত চলিব লাগে। তেওঁৰ এই উদাৰ ধৰ্ম্মমতৰ

দ্বাৰাই দেশত কিছু পৰিমাণে হিন্দু-মুছলমানৰ বিৰোধ আঁতৰ হৈছিল।

শিখ সম্প্ৰদায়ৰ মানুহ আমাৰ দেশত বহুত আছে। কেইবা শ বছৰৰ আগেয়ে অসমলৈ অহা শিখ কিছুমানে এতিয়া অসমীয়াকে মাতৃভাষা ৰূপে গ্ৰহণ কৰিছে।

—

## ছেৰছাহ

ছেৰছাহৰ লৰাকালৰ নাম ফৰিদ খাঁ আছিল। তেওঁৰ পূৰ্ব্বপুৰুষ সকল আফগানিস্থানৰ মানুহ। পিতাক হাচানশূৰ বিহাৰৰ চাচাৰাম নামে ঠাইৰ জায়গীৰদাৰ আছিল।

ফৰিদ হাচানশূৰৰ ডাঙৰ পুতেক। কিন্তু তেওঁ মাহীমাকৰ হিংসাত বাপেকৰ আদৰৰ পৰাও বঞ্চিত হয়। পোন্ধৰ বছৰ বয়সত ঘৰ এৰি তেওঁ জৌনপুৰলৈ যায়। তাত কিছুদিন থাকি ফৰিদে ফাৰ্চী সাহিত্যত নিপুণ হৈ উঠে। তেতিয়া পিতাকে বৰ সন্তুষ্ট হৈ ফৰিদক মাতি আনে আৰু চাচাৰাম জায়গীৰ চলোৱা ভাৰ তেওঁৰ হাততে দি দিয়ে। কিন্তু তেওঁ পুনৰ মাহীমাকৰ চক্ৰান্তত ঘৰ এৰিব লগীয়া হ'ল।

ফৰিদ এইবাৰ আগ্ৰালৈ গ'ল আৰু তাত এজন ক্ষমতাশালী ডাঙৰীয়াৰ তলত চাকৰি কৰিলে। এনেতে পিতাকৰ মৃত্যু হ'ল। পিতাকে মৰাৰ আগতে যোগ্য পুত্ৰ ফৰিদক চাচাৰাম জায়গীৰৰ ভাৰ লিখি দি যায়।



সেই সময়ত বিহাৰৰ চুলতান আছিল বহৰ খাঁ লোহানী। এইবাৰ ফৰিদে বিহাৰৰ চুলতানৰ তলত চাকৰি ললে। তাত চাকৰি কৰা সময়ত এদিন তেওঁ অকলে বাঘ এটা মাৰি চুলতানৰ আগলৈ লৈ আহিল। ফৰিদৰ পৰাক্ৰমত সন্তুষ্ট হৈ চুলতানে তেওঁক "ছেৰ খাঁ" উপাধি দান কৰিলে। "ছেৰ" মানে বাঘ।


ছেৰছাহ

ইয়াৰ ভিতৰতে শত্ৰুৰ চক্ৰান্তত তেওঁ পিতাকৰ জায়গীৰখন হেৰুৱালে। তেতিয়া তেওঁ দিল্লীলৈ গৈ মোগল বাদছাহ বাবৰৰ ওচৰ চাপিল। বাদছাহে তেওঁক এটা চাকৰি দিলে। বাদছাহৰ তলত কিছুদিন চাকৰি কৰাৰ পাচতে এজন মোগল শাসনকৰ্ত্তাৰ সহায়ত তেওঁ চাচাৰাম জায়গীৰ উদ্ধাৰ কৰিলে।

ইয়াৰ কিছুদিন পাচত ছেৰ খাঁৰ বাবৰৰ লগত মনোবিবাদ হ'ল। তেতিয়া তেওঁ তাৰ পৰা গুচি আহি পুনৰাই বিহাৰৰ চুলতানৰ তলত চাকৰি কৰি থাকিল। এনেতে চুলতান মৰাত তেওঁৰ নাবালক পুতেক জালাল খাঁৰ অভিভাৱক হৈ বিহাৰ ৰাজ্য শাসন কৰিবলৈ পালে। ইফালে উত্তৰ প্ৰদেশত থকা চুণাৰ দুৰ্গৰ অধিপতি মৰাত বিধবা ঘৈণীয়েক মালিকাৰ লগত ছেৰ খাঁৰ বিয়া হ'ল আৰু মালিকাই তেওঁৰ হাততে দুৰ্গৰ ভাৰো সঁপি দিলে।

এইদৰে ছেৰ খাঁৰ প্ৰতিপত্তি বাঢ়ি যোৱাত আমীৰ ওমৰাহ সকলৰ হিংসা হ'ল। তেওঁলোকে ছেৰ খাঁৰ বিৰুদ্ধে উঠি বঙ্গদেশৰ চুলতানৰ

লগ লাগিল। বঙ্গ আৰু বিহাৰৰ মিলিত সৈন্যবাহিনীয়ে ছেৰ খাঁৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। শেষত চুৰজগড় নামে ঠাইৰ যুঁজত এই মিলিত সৈন্য বাহিনী হাৰিল আৰু ছেৰ খাঁ বিহাৰৰ শাসনকৰ্ত্তা হৈ বহিল।

ইয়াৰ পাচত মোগল সম্রাট হুমায়ুনে ছেৰ খাঁক দমাবলৈ বৰ চেষ্টা কৰিলে কিন্তু কোনোমতে নোৱাৰিলে। ছেৰ খাঁ আহি বঙ্গদেশত থাকোঁতে হুমায়ুনে এবাৰ চুণাৰ দুৰ্গ অধিকাৰ কৰিছিল। পাচত ছেৰ খাঁই চুণাৰ দুৰ্গ আৰু জৌনপুৰ অধিকাৰ কৰিলে আৰু গোটেই বঙ্গদেশ নিজ হাতলৈ আনিবলৈ চেষ্টা কৰিলে। ইয়াৰ ভিতৰতে বক্সাৰৰ ওচৰত চাচাৰ নামে ঠাইত তেওঁ হুমায়ুনক বাট আগচি ধৰি মোগল সেনাদলক থান্থিত্ নোহোৱা কৰি পেলালে। হুমায়ুন গঙ্গাত জপিয়াই পৰি কোনোমতেহে সাৰিল। এই যুঁজত জিকি ছেৰ খাঁই "ছেৰছাহ" উপাধি লৈ স্বাধীন চুলতান বুলি ঘোষণা কৰিলে।

ছেৰছাহে স্বাধীন চুলতান হৈও বহি নাথাকি ক্ৰমে ৰাজ্য বহলাই আছিল। ক্ষমতা বৰকৈ বাঢ়ি অহা দেখি পিচৰ বছৰত হুমায়ুনে পুনৰ ছেৰছাহক আক্ৰমণ কৰিলে। বিলগ্ৰাম নামে ঠাইত যুদ্ধ হ'ল। যুদ্ধত হুমায়ুন হাৰি পলাই গ'ল। ইপিনে ছেৰছাহে দিল্লীৰ সিংহাসনো অধিকাৰ কৰিলে। দিল্লীৰ সিংহাসন লাভৰ পাচতো ছেৰছাহে গোটেই বঙ্গদেশ আৰু মালৱ ৰাজ্য জয় কৰি সম্পূৰ্ণ হাতলৈ আনিলে। লাহে লাহে গোৱালিয়ৰ, ৰণথম্ভৰ, ৰাইচিন, চিতোৰ আদি দুৰ্গ আৰু মুলতান আৰু মাৰোৱাৰ ৰাজ্য অধিকাৰ কৰিলে। এইদৰে সামান্য চাকৰি কৰা ছেৰছাহ নিজ ক্ষমতাৰে বিশাল ভাৰত সাম্ৰাজ্যৰ



অধিপতি হ'ল। তেওঁ নিজ বাহুবলেৰে পৰাক্ৰমী মোগলৰ হাতৰ পৰা দিল্লী কাঢ়ি লৈ ভাৰতত পুনঃ পাঠান ৰাজ্য স্থাপন কৰিছিল। এওঁৰ বংশকেই "শূৰবংশ" বোলে।

ছেৰছাহ যেনে ৰণনিপুণ তেনে সুশাসক আছিল। তেওঁৰ দিনতেই ভাৰতত হিন্দু-মুছলমানৰ মিলন আৰম্ভ হয়। তেওঁ মাত্ৰ পাঁচ বছৰহে ৰাজত্ব কৰিছিল। তেওঁ এই অলপীয়া কালৰ ভিতৰতে গোটেই ৰাজ্যত সুখ শান্তি স্থাপন কৰিছিল। তেওঁ প্ৰজাৰ হিতৰ কাৰণে বহুত কাম কৰে। বঙ্গদেশৰ পৰা পঞ্জাবলৈ এটা আলিবাট বান্ধিছিল। এতিয়া সেই আলিবাটৰ নাম "গ্ৰ্যাণ্ড ট্ৰাঙ্ক ৰোড" হৈছে। খবৰ-বাতৰি সোনকালে পাবলৈ তেওঁ ঘোঁৰাৰে ডাক চলাইছিল। এনেকুৱা অশেষ মহৎ গুণৰ কাৰণে ছেৰছাহৰ নাম বুৰঞ্জীত অমৰ হৈ থাকিব।

---

## শ্ৰেষ্ঠ সম্ৰাট আকবৰ

বাবৰ মোগল বংশৰ আদি ৰজা। মোগলৰ আগতে পাঠান বংশৰ ৰজাই ভাৰতত ৰাজত্ব কৰিছিল। বাবৰে আফ্‌গানিস্থানৰ পৰা আহি পাঠান বংশৰ শেষ ৰজাক মহাপৰাক্ৰমেৰে যুঁজি পৰাস্ত কৰে। এনেঁ ভাৰতত মোগল ৰাজত্ব স্থাপন কৰে। তেওঁৰ পাচত পুতেক হুমায়ুন দিল্লীৰ সিংহাসনত উঠে। হুমায়ুনে ছেৰছাহৰ পৰাক্ৰমত ৰাজ্য হেৰুৱাই অনাই বনাই ফুৰিবলৈ ধৰিলে। এসময়ত তেওঁ সিন্ধু দেশৰ অমৰকোট নামে নগৰ পায়গৈ। তাতে তেওঁৰ পত্নী হামিদাবানুৰ গৰ্ভত এটি পুত্ৰসন্তান জন্ম হয়। হুমায়ুনৰ এইজন

পুত্ৰৰ নামেই আকবৰ। তেতিয়া হুমায়ুনৰ হাতত সোণৰূপ একোৱেই নাছিল। তেওঁৰ হাতত এটা মাত্ৰ কস্তুৰী আছিল তেওঁ তাকেই পাৰিষদবৰ্গক ভগাই দি কলে—"মোৰ এই আনন্দৰ দিনত ইয়াকেই তোমালোকক দিলোঁ। ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰা যেন কস্তুৰীৰ গন্ধৰ দৰে মোৰ পুত্ৰৰ যশস্যাও পৃথিৱী জুৰি পৰে।" সঁচাকৈয়ে আকবৰৰ যশস্যা গোটেই পৃথিৱীত বিয়পি পৰিছিল। পাচত হুমায়ুনে পুনঃ দিল্লী অধিকাৰ কৰি ললে। ৰাজ্য উদ্ধাৰ কৰি হুমায়ুনে মাত্ৰ ছমাহহে ৰাজত্ব কৰে। তাৰ পাচত তেওঁৰ মৃত্যু হয় আৰু আকবৰ দিল্লীৰ সিংহাসনত উঠে। দদায়েকৰ বন্দীশালত থাকিব লগা হোৱাত আকবৰৰ লিখা পঢ়া একো নহল। মাত্ৰ তেৰ বছৰ বয়সতেই তেওঁ বাপেকৰ ৰাজ্য উদ্ধাৰৰ বাবে পাঠানৰ লগত যুদ্ধ কৰে। বিখ্যাত পানিপথ নামে ঠাইত তেওঁ পাঠানক হৰুৱায়।



আকবৰ

হুমায়ুন মৰাৰ পাচত কেৱল দিল্লী আৰু আগ্ৰাৰ চাৰিওফালে কিছু ঠাইহে মোগলৰ অধীনত আছিল। তেতিয়াও উত্তৰ ভাৰতৰ বহুত ঠাই শূৰ বংশৰ ৰজাৰ হাততেই আছিল। এই শূৰ বংশৰ শেষ ৰজা আছিল আদিলছাহ। আদিলছাহৰ হিমু নামে এজন হিন্দু সেনাপতি



আছিল। তেওঁ বৰ বীৰ আছিল। তেওঁৰ মনৰ ইচ্ছা আছিল ভাৰতত পুনঃ হিন্দু ৰাজ্য এখন স্থাপন কৰা। পোনতে হিমু এজন সাধাৰণ কৰ্ম্মচাৰীৰ লৰা আছিল। কিন্তু তেওঁ ৰণত বৰ নিপুণ আৰু ৰাজনীতিতো পটু আছিল। সেই গুণতে তেওঁ পাচতগৈ আদিলছাহৰ প্ৰধান সেনাপতি হয় আৰু লাহে লাহে উন্নতি কৰি তেওঁৰ সৌহাত হৈ পৰিল। দিল্লীৰ সম্ৰাট আকবৰক ল'ৰা মানুহ দেখি তেওঁ সেই সুযোগতে দিল্লী আৰু আগ্ৰা অধিকাৰ কৰি ললে আৰু বিক্ৰমজিৎ নাম লৈ নিজে দিল্লীৰ সম্ৰাট বুলি ঘোষণা কৰিলে।

সেই সময়ত আকবৰৰ অভিভাৱক আছিল বেইৰাম খাঁ। বেইৰামৰ লগত পানিপথ নামে ঠাইত হিমুৰ ঘোৰতৰ যুদ্ধ হ'ল। বেইৰামো কম বীৰ নাছিল। তথাপি জয়জয়তে হিমুৱে মহা পৰাক্ৰমেৰে যুঁজি মোগল সৈন্যক তিষ্ঠিব নোৱাৰা কৰিলে। কিন্তু এনেতে এডাল কাঁড় আহি হিমুৰ চকুত পৰিল। হিমু অবশ হৈ পৰিলত যুঁজৰ গতি উলটিল। অৱশেষত বেইৰাম খাঁ আৰু আকবৰৰ হাতত হিমু বন্দী হ'ল; বেইৰাম খাঁ হিমুক বধ কৰিলে।

পানিপথৰ যুদ্ধৰ কিছুদিন পাচত আকবৰে বেইৰাম খাঁৰ হাতৰ পৰা সকলো ক্ষমতা নিজৰ হাতলৈ আনিলে। তেতিয়া বেইৰাম আকবৰৰ ওপৰত অসন্তুষ্ট হৈ বিদ্ৰোহী হ'ল। আকবৰে সেই বিদ্ৰোহ সহজতে দমন কৰিলে আৰু বিদ্ৰোহী বেইৰামক ক্ষমা কৰি মক্কালৈ যাবলৈ অনুমতি দিলে। বেইৰাম মক্কালৈ যাওঁতে বাটতে এজন পাঠানে তেওঁক বধ কৰে।

ইয়াৰ পাচত আকবৰে ৰাজ্য বহলাবলৈ মন কৰিলে। এখন এখনকৈ বহুত ৰাজ্য অধিকাৰ কৰি তেওঁ এখন বিশাল ৰাজ্যৰ সম্ৰাট

হ'ল। কিন্তু তেওঁ কেৱল যুঁজ কৰিয়ে ইমান ডাঙৰ ৰাজ্য পাতিব নোৱাৰিলেহেঁতেন। ইয়াৰ মূলতে আছিল তেওঁৰ উদাৰতা আৰু মহত্ব। আকবৰে লিখিব পঢ়িব নাজানিছিল, তথাপি তেওঁ বৰ জ্ঞানী, বিবেচক আৰু সুশাসক আছিল। শত্ৰুকো তেওঁ ক্ষমাৰ দ্বাৰা মিত্ৰ কৰি লৈছিল।

ভাৰতত হিন্দু মুছলমানৰ মিলন কৰাই আকবৰৰ প্ৰধান লক্ষ্য আছিল। আনকি ভাৰতৰ মুছলমান বিলাককো ভাৰতবৰ্ষকেই নিজ মাতৃভূমি বুলি মানি লবলৈ তেওঁ শিকাইছিল। তেওঁ হিন্দু ৰাজপুত ৰজা সকলৰ লগত যুঁজ-বাগৰ নকৰি তেওঁলোকক মিত্ৰ কৰি লৈছিল। বহুত ৰাজপুত ৰজাৰ পৰিয়ালত বিয়া বাৰুও চলাইছিল আৰু উপযুক্ত ৰাজপুতক ডাঙৰ ডাঙৰ ৰাজপদ দিছিল। তেওঁ নিজে অম্বৰ ৰাজাৰ ৰজাৰ জীয়েকক বিয়া কৰাইছিল। পুতেক চেলিমেও যোধপুৰৰ ৰাজকুমাৰী যোধবাইক বিয়া কৰাইছিল। মানসিংহ, ভগবানদাস, বীৰবল তেওঁৰ প্ৰধান বিষয়া আছিল। ইয়াৰ উপৰিও আগৰে পৰা মুছলমান ৰজা কিছুমানে হিন্দুবিলাকৰ ওপৰত লগোৱা "জিজিয়া" কৰ আৰু তীৰ্থ যাত্ৰীৰ ওপৰত লগোৱা কৰ তেওঁ উঠাই দিছিল।

আকবৰৰ ৰাজত্বকালত ভাৰতৰ সকলো ধৰ্ম্মৰ মানুহে সমান অধিকাৰ লাভ কৰিছিল। তেওঁ গোটেই ভাৰতৰ সকলো জাতি-ধৰ্ম্মৰ মানুহকে মিল কৰি এটা ভাৰতীয় জাতি গঠন কৰিব খুজিছিল। অইন কোনো মুছলমান সম্ৰাটৰ দিনত গোটেই ভাৰত বিয়পি এনে মিলন আৰু শান্তি হোৱা নাছিল। এই বিলাক মহৎ গুণৰ কাৰণেই আকবৰ এজন শ্ৰেষ্ঠ সম্ৰাট বুলি বুৰঞ্জীত বিখ্যাত হৈছে।

———

# ৰাণা প্ৰতাপ সিংহ

ৰাজপুত সকলৰ ভিতৰত মেৱাৰৰ ৰাণাসকল পৰাক্ৰমী আৰু মানী আছিল। মেৱাৰৰ বীৰ বীৰাঙ্গনা সকলৰ কাহিনী আজিও অমৰ হৈ আছে।

আকবৰৰ ৰাজত্ব কালত ৰাণা সঙ্গৰ নাতিয়েক প্ৰতাপ সিংহই মেৱাৰত ৰাজত্ব কৰিছিল। ৰাজপুতনাৰ অন্যান্য ৰজা সকলে আকবৰৰ অধীনতা স্বীকাৰ কৰিলে। ৰাণা প্ৰতাপসিংহই কিন্তু আকবৰৰ অধীনতা স্বীকাৰ নকৰিলে।

প্ৰতাপৰ পিতাকৰ দিনতেই মোগলে মেৱাৰৰ ৰাজধানী চিতোৰ অধিকাৰ কৰিছিল। প্ৰতাপ নামতহে ৰাণা হৈ আছিল। আকবৰে তেওঁক সম্ৰাট বুলি স্বীকাৰ কৰিলেই ৰাণাই স্বাধীনভাবে ৰাজত্ব কৰিব পাৰিব বুলি কথা দিছিল।

সেই সময়ত আৰু এটা ঘটনা ঘটিল। এদিন অম্বৰৰ ৰজা মানসিংহ ৰাণাৰ অতিথি হ'ল। মানসিংহৰ ভনীয়েক আকবৰৰ বোৱাৰীয়েক আছিল। ইফালে মানসিংহও আছিল মোগল সম্ৰাটৰ প্ৰধান সেনাপতি। ৰাণাই মানসিংহক যথোচিত অভ্যৰ্থনা কৰিলে কিন্তু ভাত খাবৰ সময়ত তেওঁ নাহিল। তেতিয়া মানসিংহই ভাবিলে যে প্ৰতাপসিংহই তেওঁক ঘৃণা কৰিহে ভাত খাব অহা নাই। এই কাৰ্য্যত মানসিংহই বৰ অপমান পালে। তেওঁ ভাত নোখোৱাকৈয়ে গুচি গ'ল। যাবৰ সময়ত তেওঁ হুমিয়াই কৈ গ'ল—"ইয়াৰ উপযুক্ত প্ৰতিশোধ লমেই লম।"

ইয়াৰ পাচতেই বিখ্যাত হল্‌দিঘাটৰ যুদ্ধ হয়। এই যুদ্ধত মানসিংহই তেওঁৰ প্ৰতিজ্ঞা আখৰে আখৰে পালন কৰিলে। প্ৰতাপসিংহই কোনোমতে প্ৰাণ লৈ পলাল। সমগ্ৰ মেৱাৰ মোগলৰ অধীন হ'ল।


ৰাণা প্ৰতাপ সিংহ

প্ৰতাপসিংহক অকলে ঘোঁৰাত উঠি যুদ্ধৰ পৰা পলাই যোৱা দেখি দুজন মোগল বীৰে তেওঁৰ পাছে পাছে খেদি গ'ল। প্ৰতাপৰ ঘোঁৰাটোৰ নাম 'চৈতক'। চৈতক ইমান ভাগৰি পৰিছিল যে, কিছু দূৰ যোৱাৰ পাচত সি হঠাৎ পৰি মৰি থাকিল। প্ৰতাপো শত্ৰুৰ হাতত পৰিল। এনেতে ভায়েকে আহি তেওঁৰ জীৱন ৰক্ষা কৰিলে। এই যুদ্ধৰ আগতে কাজিয়া কৰি প্ৰতাপৰ এই ভায়েকজন মোগলৰ লগ লাগিছিলগৈ। তেওঁ হঠাৎ আহি ককায়েকক আক্ৰমণ কৰা শত্ৰু দুজনক মাৰি ককায়েকৰ জীৱন ৰক্ষা কৰিলে। এই ঘটনাৰ পৰা দুয়ো ভায়েকৰ পুনৰ মিলন হল। এওঁৰ নাম শক্তসিংহ।

ইয়াৰ পাচত প্ৰতাপৰ দুখ কুলাই পাচিয়ে নধৰা হ'ল। তেওঁ বনে বনে ঘূৰি ফুৰিবলৈ ধৰিলে। মোগলৰ আৰু বনৰীয়া জন্তুৰ ভয়ত লৰা-ছোৱালীক গছৰ ওপৰত তুলি থব লগা হ'ল। ইফালে খাবলৈকো একো নাই। ইমান দুখৰ মাজতো মাতৃভূমি উদ্ধাৰৰ কথা



তেওঁ পাহৰা নাছিল। তেওঁ প্ৰতিজ্ঞা কৰিছিল—"যেতিয়ালৈকে মেৱাৰ উদ্ধাৰ কৰিব নোৱাৰো তেতিয়ালৈকে মই তৃণশয্যাত শুম আৰু গছৰ পাতত ভাত খাম।" মৃত্যুৰ সময়লৈকে তেওঁ এই প্ৰতিজ্ঞা ৰক্ষা কৰিছিল। কিন্তু অশেষ যত্নতো মেৱাৰ আৰু উদ্ধাৰ নহল।

স্বদেশপ্ৰেম আৰু বীৰত্বৰ বাবে ৰাণা প্ৰতাপ দেশবাসী সকলোৰে পূজ্য।

---

## তাজমহল

আকবৰৰ পাচত পুতেক জাহাঙ্গীৰ আৰু পাচত জাহাঙ্গীৰৰ পুতেক ছাজাহান দিল্লীৰ সম্ৰাট হয়। এওঁ একত্ৰিশ বছৰ ৰাজত্ব কৰে। ছাজাহানে বেচি যুদ্ধ বিগ্ৰহ কৰা নাই। ৰাজ্যও বেচি বহল কৰা নাই। কিন্তু নানাবিধ ভাস্কৰ্য্যেৰে দেশ চহকী কৰি থৈ গৈছে। এওঁৰ দিনতেই ভাৰতত মোগল কাৰুশিল্পৰ আটাইতকৈ বেচি উন্নতি হৈছিল।


ছাজাহান

ছাজাহানে যিবিলাক কীৰ্ত্তিচিন ৰাখি গৈছে তাৰ ভিতৰত আটাইতকৈ শ্ৰেষ্ঠ হল তাজমহল। তাজমহল এটা সমাধি মন্দিৰ। আগ্ৰা নগৰত যমুনা নদীৰ পাৰত এই জগৎবিখ্যাত সৌধটো সজা হৈছিল। তাজমহল এনে

ধুনীয়া যে, ইয়াক চাবলৈ এতিয়াও পৃথিবীৰ নানা দেশৰ পৰা মানুহ আহে।

ছাজাহানৰ প্ৰধান বেগমৰ নাম আছিল মমতাজ। তেওঁৰ আন এটি নাম মৰ্জ্জুমন্দ বানু। এওঁ নুৰজাহানৰ ভায়েক আচফ্ খাঁৰ জীয়েক। সম্ৰাটে মমতাজক বৰ ভাল পাইছিল। ১৪টি লৰা-ছোৱালীৰ মাক হৈ বেগম প্ৰসূতি ৰোগত মৰে। মৃত্যুশয্যাত পৰি বেগমে ছাজাহানক



তাজমহল

কৈছিল—"মোৰ মৃত্যুৰ পাচত এনে এটি চিন ৰাখিব যেন পৃথিবীত কাৰো লগত তাৰ তুলনা নহয়।" বেগমৰ মৃত্যু হলত ছাজাহান সঁচাকৈ বলিয়াৰ নিচিনা হৈছিল। শেষত তেওঁ আগ্ৰা নামে ঠাইত পত্নীৰ কবৰৰ ওপৰত এই সৌধটো নিৰ্ম্মাণ কৰে। তাৰ নাম থলে 'তাজমহল'। মুকৰ ৰমৎ খাঁ আৰু মীৰ আবদুল কৰিম নামে দুজনা শিল্পীৰ তত্বাৱধানত এই সৌধটো সজা হৈছিল। ইয়াক সাজিবলৈ কুৰি বছৰ সময় লাগিছিল।



ছাজাহানে তাজমহলৰ বাজেও আৰু কেইবাটাও কীৰ্ত্তিচিন ৰাখি গৈছে। দিল্লীৰ ওচৰতে এখন নগৰ নিৰ্ম্মাণ কৰিছিল। তাৰ নাম দিছিল ছাজাহানাবাদ। তেওঁ 'ময়ুৰ সিংহাসন' নামে এখন বহুমূলীয়া সিংহাসনো সজাইছিল। এই সিংহাসনৰ চাৰিওটা খুৰা সোণেৰে তৈয়াৰী। ইয়াৰ ১২টা খুটাৰ প্ৰত্যেকতে দুটাকৈ চালি ধৰা ম'ৰা চৰাইৰ মূৰ্ত্তি আছিল। ইয়াৰ উপৰিও তেওঁ আগ্ৰাত সজা 'দেৱানী-খাচ' আৰু 'দেৱানীআম' নামৰ ৰাজসভা ঘৰ অতি বিতোপন। দিল্লীৰ জুমা মচজিদো তেৱেঁই নিৰ্ম্মাণ কৰাইছিল।

———

## ঔৰংজেব বাদছাহ

ছাজাহানৰ চাৰিজন পুতেক আছিল। ডাঙৰ পুতেক দাৰাকেই ৰাজ্য দিম বুলি সম্ৰাটে নিজৰ লগত ৰাখিছিল। কিন্তু সম্ৰাটৰ নৰিয়াৰ সুযোগ লৈ পুতেকহঁতৰ কাজিয়া হ'ল। প্ৰত্যেকেই ৰজা হবৰ চেষ্টা কৰিলে। অৱশেষত চতুৰ ঔৰংজেবে সকলোকে যুদ্ধত ঘটুৱাই নিজে দিল্লীৰ সিংহাসনত বহিল। এওঁ সমগ্ৰ উত্তৰ আৰু দক্ষিণ ভাৰত, কাবুল, কান্দাহাৰ পৰ্য্যন্ত এই বিশাল ৰাজ্যৰ সম্ৰাট আছিল। এওঁৰ ৰাজ্য বৰ্ত্তমানৰ ভাৰততকৈ বহুত ডাঙৰ আছিল। মোগল সম্ৰাট সকলৰ ভিতৰত এওঁৰেই সাম্ৰাজ্য আটাইতকৈ ডাঙৰ আছিল। ঔৰংজেবে হিন্দুৰ ওপৰত 'জিজিয়া' কৰ পুনৰাই লগাইছিল।

কেইবাটাও হিন্দুৰ মঠ মন্দিৰ ধ্বংস কৰিছিল আৰু তাৰ মাটিবোৰ বাজেয়াপ্ত কৰিছিল। এনে ধৰণৰ নানা কাৰণত ৰাজ্যত বহুতো বিদ্রোহ হৈছিল। ফলত তেওঁৰ পাচৰ পৰাই মোগল সাম্রাজ্য ভাগিবলৈ ধৰে।

ঔৰংজেবৰ কিছুমান বৰ ভাল গুণো আছিল। তেওঁ নিজৰ ধুনপেচৰ কাৰণে ৰাজভঁৰালৰ ধন সমূলি খৰচ নকৰিছিল। বাদছাহ হৈয়ো নিজে অতি সাধাৰণ ভাবে জীৱন যাপন কৰিছিল। তদুপৰি তেওঁ এজন অসাধাৰণ পণ্ডিত আছিল। সময় পালেই ধৰ্ম্ম আৰু আইন বিষয়ক পুথি পঢ়িছিল। এওঁৰ দিনতে বিখ্যাত শৰাই ঘাটৰ ৰণ হয়।

ঔৰংজেব

এওঁ ৰাজপুত সকলক মহামতি আকবৰৰ দৰে বন্ধুভাবে বশ নকৰি নিজ ক্ষমতাৰে হাতৰ তললৈ আনিবৰ চেষ্টা কৰিছিল। যোধপুৰৰ ৰজা যশোৱন্ত সিংহ এওঁৰ অনুগত কৰ্ম্মচাৰী আছিল। ঔৰংজেবে তেওঁক খাইবাৰ গিৰিপথৰ ওচৰত থকা জামৰুদৰ ফৌজদাৰ পাতিছিল। পিচত ঔৰংজেবে যশোৱন্ত সিংহক তেওঁৰ বিৰুদ্ধে যোৱা বুলি সন্দেহ কৰে আৰু চক্রান্ত কৰি বধ কৰে। যশোবন্ত সিংহৰ মৃত্যুৰ পাচত ৰাজপুত সকলে তেওঁৰ বিধবা ঘৈণীয়েক আৰু



কেচুৱা পুতেকক লৈ দিল্লী পালেহি। তেতিয়া ঔৰংজেবে মাক-পুতেক দুয়োকো বন্দী কৰিবৰ চেষ্টা কৰিলে। কিন্তু যি সকলে তেওঁলোকক দিল্লীলৈ আনিছিল তাৰ মাজত দুৰ্গাদাস নামে এজন ৰাজপুত বীৰ আছিল। তেওঁ এটি বুধি সাজি এই কেচুৱাটিক ৰক্ষা কৰিলে। এটা ফুল তোলা কৰণীত কেচুৱাটো ভৰাই এজন বিশ্বাসী মানুহৰ হাতত পলুৱাই পঠিয়াই দিলে। যোধপুৰৰ ভৱিষ্যৎ বংশধৰ এই উপায়ে ৰক্ষা পৰিল। সেই সময়তে ঔৰংজেবে হিন্দু বিলাকৰ ওপৰত জিজিয়া কৰ পুনঃ বহুৱাইছিল। সেইবাবে মেৱাৰৰ ৰাণা ৰাজসিংহও সম্রাটৰ বিৰুদ্ধে থিয় হ'ল। তেতিয়া মেৱাৰ আৰু মাৰোৱাৰৰ লগত ঔৰংজেবৰ যুদ্ধ আৰম্ভ হ'ল। কিন্তু ৰাজপুত বীৰ দুৰ্গাদাস আৰু ৰাজসিংহৰ পৰাক্রম আৰু কৌশলত মোগল সৈন্য বাৰে বাৰে যুদ্ধত হাৰিল। এইদৰে ত্রিশ বছৰ যুঁজিও ঔৰংজেবে ৰাজপুত সকলক হৰুৱাব নোৱাৰিলে। পাচত মেৱাৰৰ ৰাণাৰ লগত সন্ধি কৰিহে তেওঁ ৰাজধানীলৈ উভটিল।

আনফালে দাক্ষিণাত্যত মাৰাঠা সকল প্রবল প্রতাপেৰে ঔৰংজেবৰ বিৰুদ্ধে উঠিল। ঔৰংজেবে দাক্ষিণাত্যৰ বিজাপুৰ, গোলকুণ্ডা আদি ৰাজ্য জয় কৰিবলৈ গৈ প্রায় ২৬ বছৰ কাল কটাইছিল। পঞ্জাবতো শিখ সকলৰ ওপৰত অত্যাচাৰ কৰাত তেওঁলোকে অস্ত্র ধৰি ক্ষমতাশালী হৈ উঠিল। এইদৰে জীৱনৰ অধিক সময় ঔৰংজেবে যুঁজ বাগৰতে কটাবলগীয়া হৈছিল। এইবিলাক কাৰণতে তেওঁ মৰাৰ ত্রিশ বছৰৰ ভিতৰতে বিশাল মোগল সাম্রাজ্য ভাঙি ডোখৰ ডোখৰ হয়।

---

# ছত্ৰপতি শিৱাজী

## মাৰাঠা জাতিৰ অভ্যুদয়

ঔৰংজেব মোগল সম্ৰাট হৈ থকা সময়ত দাক্ষিণাত্যত মহাৰাষ্ট্ৰ ৰাজ্য প্ৰৱল হৈ উঠে। মাৰাঠা সকলৰ নায়ক আছিল শিৱাজী।



ছত্ৰপতি শিৱাজী

এওঁ গো-ব্ৰাহ্মণ ৰক্ষাৰ্থে মোগলৰ বিৰুদ্ধে থিয় হ'ল। শিৱাজীৰ বাপেকৰ নাম ছাহজী আৰু মাকৰ নাম জীজীবাঈ। ছাহজী বিজাপুৰৰ চুলতানৰ এজন ৰাজ-কৰ্ম্মচাৰী আছিল। জীজীবাঈ বৰ ধৰ্ম্মপৰায়ণা ৰমণী আছিল। শিৱাজী মাকৰ ওচৰতেই পুণাত ডাঙৰ দীঘল হয়। সৰুৰে পৰা তেওঁ মাল যুঁজ কৰা, তৰোৱাল চলোৱা, ধনুকাঁড় মৰা, ঘোঁৰা চেকুৰোৱা আদি কামত বেচি মন দিছিল। তেওঁ সদায় এটা জঙ্গলী জাতিৰ লগত চিকাৰ কৰি ফুৰিছিল। সিহঁতৰ লগত তেওঁ যুদ্ধ বিদ্যাও শিকি লৈছিল। এনেকৈ ডাঙৰ হলত তেওঁ এজন নিপুণ যুঁজাৰু আৰু নায়ক হৈ উঠিল। তেতিয়া তেওঁ এটা সৈন্যদল তৈয়াৰ কৰি মাৰাঠা জাতি



গঠন কৰি তুলিলে। লগে লগে ভাৰতত পুনৰাই হিন্দুৰাজ্য গঠনৰ সপোন দেখিলে।

লাহে লাহে শিৱাজী ক্ষমতাশালী হৈ উঠিল। তেওঁ বিজাপুৰৰ প্ৰৱল প্ৰতাপী সেনাপতি আফজল খাঁক আৰু ঔৰংজেবৰ সেনাপতি চায়েস্তা খাঁকো পৰাস্ত কৰিলে। তেতিয়া মোগল সম্ৰাট ঔৰংজেবে দেখিলে যে, শিৱাজী মুছলমানৰ প্ৰধান শত্ৰু, এওঁক যেনে উপায়ে হওক দমাব লাগে।

এইবাৰ ঔৰংজেবে ৰাজপুত সেনাপতি জয়সিংহক শিৱাজীৰ বিৰুদ্ধে পঠিয়ালে। জয়সিংহৰ হাতত শিৱাজী হাৰিল। সম্ৰাটে শিৱাজীক সন্ধি কৰিম বুলি দিল্লীলৈ মাতি আনি বন্দী কৰিলে। কিন্তু শিৱাজী এক অদ্ভুত ধৰণে পলাই গ'ল। শিৱাজীয়ে দেখিলে যে তেওঁৰ পলাবৰ আৰু উপায় নাই। তেতিয়া তেওঁ নৰিয়া হৈছে বুলি বাদছাহক সংবাদ দিলে। লগতে কলে যে, তেওঁ আৰোগ্য লাভৰ উদ্দেশ্যে সাধু, ফকিৰ আদিলৈ মিঠাই পঠিয়াব। এই কাৰ্য্যত বাদছাহৰ সন্মতি লাগে। বাদছাহ সন্মত হ'ল। শিৱাজীয়ে ডাঙৰ ডাঙৰ পাচিবোৰত মিঠাই ভৰাই ফকীৰ আৰু সন্ন্যাসী সকললৈ পঠিয়াবলৈ ধৰিলে। প্ৰথম অৱস্থাত চন্তৰীয়ে পাচিবোৰ পৰীক্ষা কৰিছিল; কিন্তু পাচলৈ সিহঁতে পৰীক্ষা কৰিবলৈ এৰি দিলে। এই সুযোগতে এদিন এটা পাচিত নিজে আৰু আন এটা পাচিত পুতেকক ভৰাই লৈ শিৱাজী পলাল। ইয়াৰ পাচতো শিৱাজীক ধৰিবলৈ ঔৰংজেবে বহুত কৌশল কৰিছিল। কিন্তু ধৰিব নোৱাৰি শেষত স্বাধীন ৰজা বুলি স্বীকাৰ কৰিলে।

শিৱাজী এজন জন্মবীৰ আছিল। তেওঁ সাহসী, ধৈৰ্য্যশীল, কৌশলী, যুঁজাৰু আৰু প্ৰকৃত দেশপ্ৰেমিক আছিল। তেওঁৰ পিতৃ-মাতৃ আৰু গুৰুভক্তি প্ৰশংসাৰ যোগ্য। তেওঁ তিৰোতা জাতিক সদায় সন্মান কৰিছিল। তেওঁ তিৰোতাৰ ওপৰত অত্যাচাৰ কৰা মুঠেই সহিব নোৱাৰিছিল। তেওঁৰ শাসনো বৰ ভাল আছিল। ৫২ বছৰ বয়সত তেওঁৰ মৃত্যু হয়।

---

# বিখ্যাত শৰাই ঘাটৰ ৰণ

স্বৰ্গদেৱ চুকাফা নামে এজন ৰজাই আহি অসম জয় কৰি আহোম ৰাজত্বৰ সূচনা কৰে (১২২৯ খৃঃত)। এওঁলোক মানদেশৰ মানুহ। আহোম সকলে অসমত প্ৰায় ছয়শ বছৰ ৰাজত্ব কৰিছিল। চুকাফাৰ পাচত কেবাজনো আহোম ৰজাই ৰাজত্ব কৰে। চুপুংমুং বা চক্ৰধ্বজ সিংহ ১৬৬৩ খৃষ্টাব্দত আহোম সিংহাসনত উঠে। তেওঁৰ আগৰ ৰজাজনৰ নাম আছিল জয়ধ্বজ সিংহ। তেতিয়া ভাৰতৰ সম্ৰাট আছিল ঔৰংজেব বাদছাহ। তেওঁ সেনাপতি মিৰ্‌জুম্লাক অসম জয় কৰিবলৈ পঠায়। মিৰ্‌জুম্লাৰ লগত জয়ধ্বজ সিংহ প্ৰথমতে হাৰিছিল কিন্তু শেষত মিৰ্‌জুম্লাই অসমত টিকিব নোৱাৰি জয়ধ্বজৰ লগত সন্ধি কৰি উভতি গ'ল। এই সন্ধি মতে আহোম ৰজাই বছৰি দিল্লীৰ সম্ৰাটক বহুত টকা আৰু হাতী কৰ স্বৰূপে দিব লগীয়া হৈছিল।

চক্ৰধ্বজ সিংহ ৰজা হৈ কেনেকৈ দেশৰ সেই দুৰ্ণাম গুচাব পাৰে



তাৰে চিন্তা কৰিলে। পাচত মোগল দূত আহি কৰ সাধিলত তেওঁ দূতক কৰ নিদিওঁ বুলি উঠাই দি ৰণ দিবলৈহে মাতি পঠালে।

ঔৰংজেবে দূতৰ মুখত চক্ৰধ্বজসিংহৰ টান কথা শুনি খঙতে জ্বলি পকি উঠিল। তেওঁ বহুত সেনা আৰু খাৰ বাৰুদ সহ চৈয়দ চানা আৰু চৈয়দ ফিৰোজ নামে দুজন সেনাপতিক অসম আক্ৰমণ কৰিবলৈ পঠিয়াই দিলে।

সেই সময়ত আহোমৰ প্ৰধান সেনাপতি আছিল বীৰ লাচিত। লাচিতৰ পৰাক্ৰমৰ আগত কেইবাখনো ৰণত মুছলমান সেনা হাৰিল। সেইবাৰত মুছলমানক একেবাৰে মানাহ নদী পাৰ কৰি খেদি দিলে। গুৱাহাটী আহোম ৰজাৰ হাতলৈ আহিল।

এই বাতৰি পাই ঔৰংজেবৰ খং দুগুণে চৰিল। এইবাৰ তেওঁ ৰামসিংহ নামে এজন ভাৰত-বিখ্যাত সেনাপতিক অসম আক্ৰমণ কৰিবলৈ পঠালে। তেওঁৰ লগত এঘাৰজন সেনাপতি, খাৰ, বৰতোপ আৰু অসংখ্য বাছকবনীয়া সেনা পঠিয়ালে।

১৬৬৮ খৃঃত গুৱাহাটীৰ ওচৰত শৰাইঘাট নামে ঠাইত ঘোৰতৰ যুদ্ধ হ'ল। মাটি আৰু পানীয়েদি ছমাহ বিয়পি এই যুদ্ধ হৈছিল। কিন্তু বীৰ লাচিতৰ হাতত মোগল সেনাই ভালদৰে এশিকনি পালে। বেচি ভাগ সেনা ৰণত পৰিল। কিছুমান বন্দী হ'ল। সেনাপতি ৰামসিংহ পলাই সাৰিল। মানাহ নদীলৈ আহোম ৰাজ্য বাঢ়িল।

এই যুদ্ধতে অসমৰ বীৰত্বৰ কথা গোটেই ভাৰতত বিয়পি পৰিছিল। অম্বৰৰ ৰজা ৰামসিংহই শেষত এইদৰে আহোম সেনাক বখানি গ'ল—"আহোম সেনা প্ৰত্যেকেই পানীয়ে বামে যুঁজিব পাৰে,

৫

প্ৰত্যেকে ধনুকাঁড়, বন্দুক মাৰিব পাৰে। এনে নিপুণ সেনা মই ভাৰতৰ ক'তো দেখা নাই। ধন্য আহোম সেনা! ধন্য তোমালোকৰ দেশপ্ৰেম।"

এই যুদ্ধৰ মাজভাগতে দেশপ্ৰেমিক চক্ৰধ্বজ সিংহৰ মৃত্যু হয়।

---

## বীৰ লাচিতৰ কৰ্ত্তব্য-পৰায়ণতা

শৰাইঘাটৰ ৰণৰ পৰাই বীৰ লাচিতৰ নাম বুৰঞ্জীত অমৰ হৈ ৰ'ল। এওঁৰ দেশপ্ৰেম আৰু কৰ্ত্তব্য-পৰায়ণতা সম্বন্ধে এটা কাহিনী আছে।



"দেশতকৈ মোমাই ডাঙৰ নহয়"

শৰাইঘাটৰ ৰণৰ সময়ৰ কথা। লাচিতে যুঁজৰ থলীৰ ওচৰত মোগল সেনাক ভেটা দিবলৈ এটা গড় বান্ধিবলৈ স্থিৰ কৰিলে আৰু



ৰাতিৰ ভিতৰতে গড় বন্ধাৰ ভাৰ দিলে মোমায়েকৰ ওপৰত। মাজনিশা উঠি গৈ লাচিতে দেখে, গড়ৰ কাম একোৱেই হোৱা নাই। ইফালে গড়ৰ কাম শেষ নহলে মোগলে গুৱাহাটী দখল কৰিব। কামত হেলা কৰা দেখি লাচিতৰ বৰ খং উঠিল। তেওঁ "দেশতকৈ মোমাই ডাঙৰ নহয়" বুলি কৈ মোমায়েকক তৰোৱালেৰে একে ঘাপে কাটি পেলালে। লাচিতৰ খং উঠা দেখি সকলোৱে গড় বন্ধা কামত উঠি পৰি লাগিল। ৰাতিৰ ভিতৰতে গড় সম্পূৰ্ণ হৈ গ'লা। এই গড় এতিয়াও "মোমাই কটা গড়" নামে জনাজাত।

---

## সতী জয়মতী কুঁৱৰী

### জগতত সতীত্বৰ অতুলনীয় পটন্তৰ

অসমত কেবাগৰাকীও সতী ৰমণীৰ জন্ম হৈছিল। তাৰ ভিতৰত সতী জয়মতীও এজনী। অসমত নালাগে গোটেই ভাৰততে এনেকুৱা আদৰ্শ সতী নোলাব। এওঁৰ কাহিনী বৰ শোক লগা।

সেই সময়ত অসমত ৰজা আৰু ৰাজবিষয়া সকলৰ মাজত ঘৰুৱা কন্দল চলিছিল। এজন এজনকৈ কেবাজনো ৰজা পাত্ৰ-মন্ত্ৰী সকলৰ ষড়যন্ত্ৰত মৰা পৰিল। পাচত চৈধ্য বছৰ বয়সীয়া এজন কোঁৱৰ ৰাজপাটত উঠিল। তেওঁৰ নাম আছিল চুলিকফা বা লৰাৰজা। লৰামতীয়া লৰাৰজাৰো ভয় হ'ল। তেওঁকো কোনোবা কোঁৱৰে মাৰি ৰজা হয় বুলি ভাবি তেওঁৰ চকুত টোপনি নোহোৱাত পৰিল।

আহোম সকলৰ এটা নিয়ম আছিল যে— কোনো অঙ্গত খুত থকা কোঁৱৰ ৰজা হব নোৱাৰে। লৰাৰজাই সেই বুধিটোকে পাডি ৰাজকোঁৱৰ সকলক ধৰাই আনি এজন এজনকৈ খুঁত লগাবলৈ ধৰিলে। কাৰোবা এটা চকুকে কাঢ়িলে, কাৰোবা হাত বা ভৰি এখনকে কাটি ঘূণীয়া কৰিলে। এইদৰে তেওঁ চাউডাং পঠিয়াই প্ৰায় আটাইবোৰ ৰাজকোঁৱৰকে ঘূণীয়া কৰিলে। কিন্তু তুঙ্‌খুঙীয়া ফৈদৰ লাঙি গদাপাণি কোঁৱৰক কোনো উপায়ে ধৰিব নোৱাৰিলে। গদাপাণি



জেৰেঙা পথাৰত সতী জয়মতী

আছিল বৰ বলবন্ত চঞ্চল ডেকা। তেওঁক ৰজাৰ ফৌজ গৈয়ো ধৰি ৰাখিব নোৱাৰিছিল। অৱশেষত লৰাৰজাৰ আদেশ মতে বহুত চাউডাঙে গৈ গদাপাণিক বিচাৰি তেওঁৰ ঘৰ সোমাল। তেওঁৰ পতিব্ৰতা ঘৈণীয়েকৰ নাম আছিল জয়মতী। জয়মতীয়ে ৰজাৰ অসংখ্য লোক অহা দেখি গদাপাণিক ঘৰৰ পাচফালৰ বাটেদি পলুৱাই পঠিয়ালে।



ইপিনে ৰজাৰ মানুহে গৈ ঘৰ সোমাই বিচাৰি নাপাই জয়মতীক গদাপাণিৰ বাতৰি সুধিলে। তেওঁ কোনো উত্তৰ নিদিলে। লৰাৰজাই বহু মানুহৰ দ্বাৰা নানা উপায়ে জয়মতীক গদাপাণিৰ বাতৰি সুধিলে, কিন্তু জয়মতীৰ মুখৰ পৰা এযাৰ মতো ওলাই নপৰিল। অৱশেষত লৰাৰজাই জয়মতী কুঁৱৰীক চাউডাঙৰ হতুৱাই ধৰাই লৈ গ'ল আৰু জেৰেঙা পথাৰত এজোপা গছত বান্ধি নানা শাস্তি দি বাতৰি সুধিবলৈ ধৰিলে। জয়মতীক চাউডাঙে কিমান যে লাঠি চৰ মাৰিলে, সোকাৰে কোবালে, তপত লোৰে দাগ দিলে, চোৰাতেৰে পানী ঢালি ঢালি কোবালে। ইমানতো সতীয়ে গিৰিয়েকৰ কোনো কথা নকলে। লাহে লাহে সতীৰ শৰীৰ পৰি যাবলৈ ধৰিলে, শেষত মুখৰ মাতো নুফুটা হ'লগৈ।

জয়মতীৰ ওপৰত হোৱা অত্যাচাৰৰ কথা কেউপিনে বিয়পি পৰিল। অসংখ্য মানুহে সতীৰ বিলৈ চাবলৈ আহিল। লাহে লাহে গৈ এই বাতৰি নগা পাহাৰত লুকাই থকা গদাপাণি কোঁৱৰৰ কাণত পৰিল। তেওঁ আৰু লুকাই বহি থাকিব নোৱাৰিলে। নগাৰ বেশ ধৰি তেওঁ জয়মতীক উদ্ধাৰ কৰিবলৈ লৰি আহিল; কিন্তু উপায় নাপালে।

ইপিনে সতীয়ে এদিন দুদিনকৈ যোল দিন নানা জীয়াতু ভুগি স্বৰ্গধামলৈ গুচি গ'ল। আমাৰ ৰাজ্য এনেকুৱা মহাসতীৰ লীলাভূমি।

———



# মহাৰাজ ৰুদ্ৰসিংহ

আহোম সকলৰ কথা আগতে কৈ অহা হৈছে। মহাৰাজ ৰুদ্ৰসিংহ আহোমৰ সৰ্ব্বপ্ৰধান ৰজা আছিল। সতী জয়মতী কুঁৱৰীয়ে লাই আৰু লেছাই নামে ছুটি পুত্ৰ এৰি থৈ গৈছিল। লায়ে দেউতাক গদাপাণিৰ মৃত্যুৰ পাচত ৰুদ্ৰসিংহ নাম ধৰি অসমৰ সিংহাসনত উঠিছিল। তেওঁ ৰাজপাটত উঠা সময়তো দেশৰ অৱস্থা বৰ শোচনীয় হৈয়ে আছিল। সেই কাৰণে ৰুদ্ৰসিংহই কেনেকৈ দেশখন বহলাই লব পাৰি আৰু শিক্ষা, শিল্প, বাণিজ্যৰ উন্নতি কৰি পূৰ্ব্বৰ দৰে গঢ়ি তুলিব পাৰি তাৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছিল। তেওঁ ভাৰতত নানা ঠাইৰ পৰা ভাল ভাল কাৰিকৰ আনি ৰাজ্যত বহুত দৌল, মন্দিৰ, দলং, অট্টালিকা আদি সজাই দেশখন শুৱনি কৰি তুলিলে। তিব্বত দেশৰ লগত আমাৰ দেশৰ বেহা-বেপাৰ চলালে। বোৱা কটা আদিত দেশৰ মানুহক উৎসাহ দি আৰু সহায় কৰি দেশৰ শিল্প বঢ়ালে। অসমীয়া সাজ-পাৰ আধুনিক ধৰণে এওঁৰ দিনতে গঢ়ি উঠিছিল।

ৰুদ্ৰসিংহই ৰাজ্যৰ শাসনো বহুত পৰিবৰ্ত্তন কৰিলে। তেওঁ গোটেই দেশৰ মাটি পিয়ল কৰায়। তেওঁ নিজে সদায় ধৰ্ম্মভাৱত



দিন কটাইছিল। এনেকি শৰণ লবলৈ নবদ্বীপৰ পৰা ভট্টাচাৰ্য্য ব্ৰাহ্মণ মাতি আনি তেওঁ দেশত স্থাপন কৰিলে। তেওঁ ব্ৰাহ্মণক বৰ সন্মান কৰিছিল।

মহাৰাজ ৰুদ্ৰসিংহ বৰ দেশপ্ৰেমিক আছিল। তেওঁ দেশৰ পূৰ্ব্বৰ



জয়দৌল

জয় জয় ময় ময় অৱস্থা কেনেকৈ ফিৰাই আনিব পাৰে এই কথা সদায় কল্পনা কৰিবলৈ ধৰিলে।

তেওঁৰ দিনত অসমত সৰু ডাঙৰ কেইবাখনো ৰাজ্য আছিল। তাৰ ভিতৰত কছাৰী আৰু জয়ন্তীয়া ৰাজ্য প্ৰধান আছিল। তেওঁ এই ছুই ৰাজ্য জয় কৰি পাচত মিত্ৰতা কৰিলে। তাত বাজেও দৰং, বেলতলা, ৰাণী, নহুৱাৰ, টোপাকুছি, ডিমৰুৱা আদি

ৰাজ্যৰ ৰজাৰ লগতো মিত্ৰতা স্থাপন কৰি গোটেই অসম এক কৰি ললে। তাৰ পাচত তেওঁৰ একান্ত ইচ্ছা হ'ল পূৰ্ব্বৰ কৰতোয়া গঙ্গা নদীলৈ আমাৰ ৰাজ্যৰ সীমা বঢ়াবলৈ।

তেওঁ বৰগোহাই, বৰপাত্ৰগোহাঁই, বুঢ়াগোহাঁই, বৰুৱা আদি পাত্ৰ মন্ত্ৰী সকলৰ লগত আলচ কৰি কৰতোয়া গঙ্গালৈ ৰাজ্য বহলোৱাৰ উদ্দেশ্যে সকলো যো-জা কৰিলে। সেই উদ্দেশ্যেই তেওঁ এটা সৈন্যৰ বিৰাট ফৌজ গঠন কৰিবলৈ আগবাঢ়ি আহিল। কিন্তু দুখৰ বিষয়, উত্তৰ গুৱাহাটীত হঠাৎ টান নৰিয়াত পৰি তেওঁৰ মৃত্যু হ'ল। তেওঁৰ ৰাজ্য বহলোৱা মনৰ আশা মনতে মাৰ গ'ল। তেওঁৰ পাচত পুতেক শিৱসিংহ ৰজা হয়।

ৰুদ্ৰসিংহই সজা স্মৃতি চিহ্ন বহুত আছে। সতী মাতৃ জয়মতীয়ে জেৰেঙা পথাৰৰ যি ঠাইত অশেষ অত্যাচাৰ সহি দেহত্যাগ কৰিছিল সেই ঠাইতে তেওঁ এটা ওখ দৌল সাজিছিল আৰু এটা পুখুৰী খনাইছিল। আজিও সতীৰ অমৰ কীৰ্ত্তিচিন স্বৰূপে এই দৌল আৰু পুখুৰী যুগমীয়া হৈ জিলিকি আছে।

———

# লৰ্ড ক্লাইভ

ভাৰতত সুখ্যাতি লাভ কৰা ইংৰাজ বীৰ সকলৰ ভিতৰত লৰ্ড ক্লাইভৰ নাম সকলোৱে আগতে পৰে। ক্লাইভৰ জন্ম ইংলণ্ডৰ মাৰ্কেট ডেট্ৰন নামে এখন সৰু গাৱঁত। লৰাকালত ক্লাইভে লিখা-পঢ়াত সমূলি মনোযোগ নিদিছিল। দুষ্ট লৰা বিলাকৰ লগত ঘূৰি ফুৰিছিল আৰু মুখীয়াল হৈ সিহঁতক চলাই লৈ ফুৰিছিল। কিন্তু তেতিয়াৰ পৰাই তেওঁ বৰ সাহসী আৰু বুধিয়ক আছিল।

ক্লাইভৰ পিতাক এজন আইন ব্যৱসায়ী আছিল। তেওঁৰ ঘৰৰ অৱস্থা সিমান টনকিয়াল নাছিল। ইপিনে ক্লাইভৰ মতি গতি বেয়া দেখি তেওঁৰ মনত বৰ দুখ হ'ল। বহুত চেষ্টা কৰিও পুতেকক ভালৰ ফালে আনিব নোৱাৰি তেওঁ সোতৰ বছৰ বয়সীয়া ক্লাইভক ইষ্ট ইণ্ডিয়া কোম্পানীৰ কেৰাণী কামত ভৰ্ত্তি কৰি দি ভাৰতলৈ পঠিয়াই দিলে। আকবৰৰ ৰাজত্বকালত ইষ্ট ইণ্ডিয়া কোম্পানী নামে এটা ইংৰাজ বেপাৰীৰ দলে ভাৰতত বেপাৰ কৰিবলৈ আহিছিল। সেই সময়ত দিল্লীৰ সম্ৰাট আছিল জাহাঙ্গীৰ বাদছাহ। তেওঁলোক সৰ্ব্বপ্ৰথমে বোম্বাই প্ৰদেশৰ চুৰাট নগৰত আহি বেপাৰৰ কুঠী পাতিছিল। কিছুদিনৰ পিচত এই কোম্পানীৰ তলতে ক্লাইভে চাকৰি কৰিব লগীয়া হ'ল।

কেৰাণীগিৰি কৰি ক্লাইভৰ মনত শান্তি নাছিল। তেওঁ মনৰ বেজাৰত দুবাৰো নিজকে নিজে পিস্তলেৰে আত্মহত্যা কৰিব খুজিছিল। কিন্তু তথাপি তেওঁ মৰিব নোৱাৰিলে। কি আচৰিত কথা যে, এবাৰো

পিস্তলৰ গুলি তেওঁৰ গাত নালাগিল। কোনে জানিছিল যে এই ক্লাইভৰ দ্বাৰাই ভাৰতত এখন বিশাল ইংৰাজ ৰাজ্য স্থাপন হব ?

ইংৰাজবিলাক অহাৰ কিছুদিন আগতেই ফৰাচীবিলাকে আহি ভাৰতত বেপাৰৰ কুঠী পাতিছিল। কেৱল ফৰাচী আৰু ইংৰাজেই নহয়, ভাৰতত থকা অপাৰ ধন-ঐশ্বৰ্য্যৰ কথা শুনি ইউৰোপৰ অন্যান্য জাতিবিলাকেও ভাৰতলৈ বেপাৰ কৰিবলৈ আহিছিল। কিন্তু সেইবোৰ জাতি বেছি দিন নিটিকিল। শেষত থাকিল কেৱল ফৰাচী আৰু ইংৰাজ। এই দুই জাতিৰ ভিতৰত ভাৰতত বেপাৰ কৰালৈ বৰ প্ৰতিযোগিতা হ'ল। পাচত গৈ পৰস্পৰৰ কাজিয়া লাগিল।

লাহে লাহে ফৰাচী আৰু ইংৰাজৰ ব্যৱসায় বাঢ়ি গ'ল। লগে লগে প্ৰতিপত্তিও বাঢ়িল। মাটি বৃত্তি ললে, আত্মৰক্ষাৰ কাৰণে সৈন্যদল গঠন কৰিলে আৰু শেষত দুৰ্গ নিৰ্ম্মাণ কৰি শক্তিশালী হৈ উঠিল। এতিয়া দুয়োটা জাতিৰ ভিতৰত কোনে ভাৰতত একচেতীয়া ক্ষমতা লাভ কৰিব পাৰে তাৰ বাবে হেতা-ওপৰা লাগিল। সিফালে ভাৰতত ঔৰংজেবৰ পাচৰ পৰা মোগল ৰজা সকল ক্ৰমে দুৰ্ব্বল হৈ পৰিছিল। আনকালে দাক্ষিণাত্যত মহাৰাষ্ট্ৰা জাতি সবল হৈ উঠিছিল। মোগলৰ তলতীয়া ৰাজ্যৰ ৰজা সকলেও স্বাধীন হৈ উঠিল। সেই স্বাধীন ৰজা সকলৰ ভিতৰতে ইজনে সিজনৰ ৰাজ্য আক্ৰমণ কৰিছিল। তেওঁলোকে বহুত সময়ত নিজৰ ভিতৰত কাজিয়া কৰি বিদেশী শক্তি ইংৰাজ আৰু ফৰাচীৰ সহায় খুজিব লগীয়া হৈছিল।

ইউৰোপত ফৰাচী সকলৰ লগত ইংৰাজৰ যুদ্ধ হোৱাৰ কাৰণে ভাৰততো দুয়ো জাতিৰ ভিতৰত কাজিয়া হ'ল। এই সময়তে ক্লাইভে কোম্পানীৰ চাকৰী এৰি দি এজন সৈনিক হ'ল। এনেতে ফৰাচীবিলাকে



ইংৰাজৰ হাতৰ পৰা মান্দ্ৰাজ নগৰ কাঢ়ি ললে। এই যুদ্ধতে সৈনিক ক্লাইভৰ কৃতিত্ব ভালদৰে ফুটি উঠিল।

সেই সময়ত দাক্ষিণাত্যৰ স্বাধীন ৰাজ্যবোৰৰ ভিতৰত হায়দৰাবাদেই ডাঙৰ ৰাজ্য আছিল। মান্দ্ৰাজত আৰ্কট নামে এখন নগৰ আছে। সেই নগৰত হায়দৰাবাদৰ নিজামৰ অধীনত এজন নবাব আছিল। নিজাম মৰাত হায়দৰাবাদৰ সিংহাসনৰ কাৰণে দুজনৰ ভিতৰত ভীষণৰূপে কাজিয়া লাগিল। তেওঁলোকৰ ভিতৰত এজনে ফৰাচীৰ আৰু আনজনে ইংৰাজৰ সহায় ললে। ফৰাচীবিলাকৰ সৈন্য ইংৰাজতকৈ বহুত বেচি আছিল। সেইবাবে প্ৰথমতে ফৰাচী পক্ষৰে জয় হ'ল। সেই সময়ত ক্লাইভ আছিল ইংৰাজৰ সেনাপতি। ক্লাইভে ইংৰাজৰ সাহায্য প্ৰাৰ্থী মহম্মদ আলিক উদ্ধাৰ কৰিবৰ কাৰণে এটা কুটবুদ্ধি সাজিলে। আৰ্কটৰ নবাবৰ পুতেক মহম্মদ আলিক অসংখ্য শত্ৰু সেনাই ত্ৰিচিনপল্লী নামে ঠাইত বেঢ়ি ধৰি আছিল। সুচতুৰ ক্লাইভে পোনে পোনে ত্ৰিচিনপল্লীলৈ নগৈ তেওঁৰ হাতত থকা অলপীয়া সৈন্যেৰে আৰ্কট নামে শত্ৰুৰ নগৰখন অধিকাৰ কৰিলেগৈ। এই সংবাদ পাই শত্ৰু সেনাবোৰ ত্ৰিচিনপল্লীৰ পৰা আৰ্কটলৈ গুচি আহিলত মহম্মদ আলি বিনাযুদ্ধে মুক্ত হ'ল।


লৰ্ড ক্লাইভ

ইফালে শক্ৰুৰ অসংখ্য সৈন্য আহি আৰ্কট অৱৰোধ কৰিলে। ক্লাইভে ওলাব নোৱাৰা হৈ দুৰ্গৰ ভিতৰত পৰাক্ৰমেৰে আত্মৰক্ষা কৰি থাকিল। এইদৰে এদিন দুদিনকৈ ৫২ দিন পাৰ হ'ল। লাহে লাহে খোৱা বস্তুৰো অভাব হৈ আহিল। তথাপি তেওঁ অলপো হতাশ নহল। শেষত ক্লাইভে অসীম সাহসেৰে যুঁজি শক্ৰু সেনাদলক যুঁজত হৰুৱাই ওলাই আহিল। এই জয়লাভৰ পৰাই ক্লাইভৰ যশস্যা কেউফালে বিয়পি পৰিল।

ইয়াৰ পিচতে বঙ্গৰ নবাব চিৰাজউদ্দৌলাৰ লগত ইংৰাজৰ কাজিয়া লাগে। ইংৰাজে নবাবৰ বিনানুমতিত মইমতীয়া ভাবেৰে কলিকতাৰ দুৰ্গটো মেৰামতি কৰিলে। এই কথালৈয়ে নবাবৰ লগত ইংৰাজৰ বিবাদ। যদিও সন্ধি কৰি সাময়িকভাবে সেই কাজিয়া এৰিছিল তথাপি তাৰ পাচতে নানা চেলু ধৰি ইংৰাজে নবাবৰ লগত পুনৰাই কাজিয়া লগালে। ইফালে নবাবৰ প্ৰধান সেনাপতি মিৰ্জ্জাফৰে তলে তলে বঙ্গৰ নবাব হবৰ আশাত ইংৰাজৰ লগ লাগিল। অৱশেষত পলাচী নামে ঠাইত চিৰাজৰ লগত ইংৰাজৰ এখন তুমুল যুদ্ধ হ'ল। সেই যুদ্ধত ক্লাইভ আছিল ইংৰাজৰ ঘাই সেনাপতি। যুদ্ধত ক্লাইভৰ লগত মিৰ্জ্জাফৰো গৈ যোগ দিলে। চিৰাজে স্বদেশ ৰক্ষা কৰিবলৈ প্ৰাণটাকি যুঁজিও ইংৰাজৰ হাতত হাৰিল। ক্লাইভ জয়ী হ'ল। বঙ্গদেশ ইংৰাজৰ হাতলৈ গ'ল। বিলাতৰ ইংৰাজ বৰমূৰীয়া সকলে ক্লাইভক 'লৰ্ড' উপাধি দিলে। 'লৰ্ড' ইংৰাজ জাতিৰ অতি সন্মানজনক উপাধি।

এইদৰে ক্লাইভৰ বীৰত্ব আৰু চোকা বুদ্ধিৰ বলতে বোম্বাই আৰু মান্দ্ৰাজ এই দুখন প্ৰদেশত ইংৰাজ প্ৰভুত্ব স্থাপিত হৈছিল। ভাৰতত বৃটিছ সাম্ৰাজ্য পাতোঁতা বুলি এতিয়াও ক্লাইভ ইংৰাজ জাতিৰ সোঁৱৰণীয় হৈ আছে।

# টিপু চুলতান

টিপু চুলতান মহীশূৰ ৰাজ্যৰ ৰজা হায়দৰ আলিৰ পুতেক। হায়দৰে লিখা-পঢ়া সমূলি নাজানিছিল যদিও তেওঁ বৰ বুধিয়ক আৰু যুঁজাৰু বীৰ আছিল। তেওঁ প্ৰথমতে মহীশূৰৰ ৰজাৰ সৈনিক কামত সোমায়। পাচত গৈ মহীশূৰ ৰাজ্যৰ ৰজা হয়।

সেই সময়ত মহীশূৰত নঞ্জৰাজ নামে এজন ৰজাই ৰাজত্ব কৰিছিল। হায়দৰে তেওঁৰ তলতে সৈনিকৰ চাকৰি কৰিছিল। নঞ্জৰাজে তেওঁক দিণ্ডিগল নামে এডোখৰ ঠাইৰ শাসনকৰ্ত্তা পাতিলে। তাৰ পাচত হায়দৰ আলি মহীশূৰৰ প্ৰধান সেনাপতি হ'ল আৰু বাঙ্গালোৰৰ জায়গীৰ লাভ কৰিলে। এইদৰে লাহে লাহে ক্ষমতাশালী হৈ উঠি নঞ্জৰাজক খেদি হায়দৰে নিজে মহীশূৰৰ ৰজা হৈ ৰহিল।

কিছুদিন পাচত হায়দৰ আলিৰ ইংৰাজৰ লগত যুঁজ লাগে। প্ৰথম যুঁজত ইংৰাজে তেওঁক বলে নোৱাৰি সন্ধি কৰিলে। কিন্তু দ্বিতীয়বাৰ আকৌ যুঁজ লগাত যুঁজ চলি থাকোঁতেই হায়দৰৰ মৃত্যু হ'ল। তেতিয়া পুতেক টিপুই মহীশূৰৰ চুলতান হৈ বিষম বিক্ৰমেৰে ইংৰাজৰ লগত যুঁজ কৰিবলৈ ধৰিলে।

টিপু এজন স্বাধীন চিতীয়া অসাধাৰণ বীৰ আছিল। ইংৰাজে আহি লাহে লাহে ভাৰত অধিকাৰ কৰি লোৱা দেখি তেওঁৰ অসহনীয় হ'ল। ইংৰাজক কেনেকৈ ভাৰতৰ পৰা খেদিব পাৰি তাৰ বাবে চেষ্টা কৰিবলৈ ধৰিলে। হায়দৰাবাদৰ নিজাম আৰু মাৰাঠা বিলাকে টিপুৰ বিৰুদ্ধে ইংৰাজৰ লগ লাগিছিলগৈ। ইংৰাজ, নিজাম আৰু মাৰাঠা

এই তিনিও শক্তিৰ লগত টিপুই নিজ ৰাজ্য ৰক্ষাৰ কাৰণে অসীম পৰাক্ৰমে যুঁজ কৰিলে। অৱশেষত টিপুক বলে নোৱাৰি ইংৰাজে পুনঃ বাঙ্গালোৰত সন্ধি কৰিলে।

ইয়াৰ পাচত টিপুৱে ত্ৰিবাঙ্কুৰ ৰাজ্য আক্ৰমণ কৰিলে। ত্ৰিবাঙ্কুৰ ইংৰাজৰ মিত্ৰ ৰাজ্য আছিল। এই কাৰণতে টিপুৰ পুনৰাই ইংৰাজৰ লগত যুঁজ লাগিল। এইবাৰো ইংৰাজ, নিজাম আৰু মাৰাঠা এই তিনিও শক্তিৰ লগত টিপুই দুবছৰ যুঁজ কৰিলে। অৱশেষত টিপুৰ ৰাজধানী শ্ৰীৰঙ্গপট্টম ইংৰাজে দখল কৰি ললে। সেইবাৰো টিপুৱে বাধ্য হৈ আধা ৰাজ্য শত্ৰুপক্ষক এৰি দি সন্ধি কৰিলে।



টিপু চুলতান

ইমানতো টিপুৱে মনে মনে বহি নাথাকিল। ইংৰাজৰ ক্ষমতা বিনাশ কৰি কেনেকৈ নিজৰ ৰাজ্য বিদেশীৰ হাতৰ পৰা ৰক্ষা কৰিব পাৰে, তাৰ বাবে তেওঁ উঠি পৰি লাগিল। সেই সময়ত ইউৰোপত ফৰাচীৰ লগত ইংৰাজৰ ঘোৰতৰ বিবাদ চলি আছিল। সেই সুযোগ পাই তেওঁ তলে তলে ফৰাচীৰ সহায়ত ইংৰাজক ভাৰতৰ পৰা খেদি দিবলৈ চেষ্টা কৰিলে। এনেতে ইংৰাজে টিপুক তেওঁলোকৰ অধীনতা স্বীকাৰ কৰি মিত্ৰতা কৰিবলৈ দাবী জনালেহি। ভাৰতৰ বহুত ৰজাই সেইদৰে ইংৰাজৰ লগত মিত্ৰতা কৰিছিল। কিন্তু স্বাধীন চিতীয়া বীৰ টিপুই ইংৰাজৰ সেই দাবী মানিবলৈ মান্তি নহল। তেতিয়া ইংৰাজৰ লগত পুনঃ তয়াময়া যুঁজ আৰম্ভ হ'ল। এই খনেই চতুৰ্থ বাৰৰ মহীশূৰৰ যুঁজ।



ইংৰাজে টিপুৰ ৰাজধানী আক্ৰমণ কৰিলে। টিপুৱে ৰাজধানী ৰক্ষা কৰিবলৈ প্ৰাণপণে যুঁজিলে। যুঁজ কৰি থাকোঁতেই বীৰ টিপু ৰণত পৰিল, লগতে মহীশূৰো পতন হ'ল। এইজন বীৰেই গোটেই জীৱন ইংৰাজৰ বিৰুদ্ধে যুঁজিছিল। ৰাণা প্ৰতাপ সিংহৰ দৰে বুৰঞ্জীত স্বাধীনতা প্ৰিয় বীৰ টিপু চুলতানৰ নাম বীৰৰ শাৰীত চিৰদিনলৈ লিখা থাকিব।

---

# ৰণজিৎ সিংহ

শিখ জাতিৰ আদি গুৰু নানকৰ কথা আগতেই কৈ অহা হৈছে। প্ৰথমতে এওঁলোক বৰ শান্ত আছিল। মোগল ৰাজত্বৰ সময়ত মুছলমানে এওঁলোকৰ ওপৰত বৰ অত্যাচাৰ কৰাত এওঁলোকে নিজক ৰক্ষা কৰিবলৈ অস্ত্ৰ হাতত ললে। তেতিয়াৰ পৰা শিখজাতি বৰ সাহসী আৰু যুদ্ধবিদ্যাত নিপুণ হৈ উঠে। আদি গুৰু নানকৰ পাচত এজন এজনকৈ ৮ জন গুৰু হ'ল। তাৰ পাচত নৱম গুৰু তেগবাহাদুৰক মোগল বাদছাহ ঔৰংজেবে বন্দী কৰি ধৰি নি ক'লে—"মুছলমান ধৰ্ম্ম গ্ৰহণ কৰিবি নে মূৰ দিবি?" শিখ গুৰু তেগবাহাদুৰে জীৱনলৈ

অকনো মমতা নাৰাখি ঘপৰাই উত্তৰ দিলে—"মূৰকে দিম, তথাপি অইন ধৰ্ম্ম নলওঁ।" ঔৰংজেবে তেতিয়াই তেওঁৰ মূৰটো কাটি পেলালে। এই ঘটনাই শিখবিলাকক জগাই তুলিলে।

তেগবাহাদুৰৰ পাচতে শিখৰ গুৰু হ'ল গোবিন্দ সিংহ। তেওঁ শিখ জাতিক ৰক্ষা কৰিবৰ কাৰণে সকলোকে অস্ত্ৰশিক্ষা দি যুদ্ধবিদ্যাত সুনিপুণ কৰি তুলিলে। পঞ্জাবত শিখ সকল অতি প্ৰতাপী হৈ উঠিল। কিন্তু কিছুদিন পাচত শিখৰ ভিতৰত একতা নোহোৱা হ'ল। তেওঁলোক কেবাটাও সৰু সৰু দলত ভাগ হৈ বহু নায়কৰ তলতীয়া হৈ দুৰ্ব্বল হৈ পৰিল।


পঞ্জাব কেশৰী ৰণজিৎ সিংহ

ৰণজিৎ সিংহৰ পিতাক আছিল শিখৰ তেনে এটা দলৰ নায়ক। ১৭৮০ খৃষ্টাব্দত ৰণজিৎ সিংহৰ জন্ম হয়। তেওঁৰ বাৰ বছৰ বয়সতে পিতাকৰ মৃত্যু হোৱাত সেই দলৰ নায়ক হ'ল ৰণজিৎ সিংহ। তেওঁ লৰা হলেও ৰাজনীতি বৰ ভালকৈ জানিছিল আৰু যুদ্ধ বিদ্যাতো বৰ নিপুণ আছিল। ৰণজিৎ সিংহই দেখিলে যে, গোটেই শিখ জাতিক আকৌ একতা দোলেৰে বান্ধিব নোৱাৰিলে ৰক্ষা কৰাৰ আন কোনো উপায় নাই। পাচত তেওঁ নিজৰ ক্ষমতাৰে আটাইবোৰ দলক জয় কৰি এখন বৰ শক্তিশালী স্বাধীন ৰাজ্য গঠন কৰিছিল আৰু গোটেই শিখ জাতিক উন্নতিৰ ওখ খাপত তুলিছিল।

ৰণজিৎ সিংহ নায়ক হোৱাৰ কিছুদিন আগতে আহম্মদ চাহ দুৰাণী



নামে এজন ৰজাই আফগানিস্থানত ৰাজত্ব কৰিছিল। আহম্মদচাহ দুৰাণীৰ মৃত্যুৰ পাচত তেওঁৰ পুতেক জামানচাহ ৰজা হয়। এওঁ ৰজা হৈ ৰাজ্য বহলাবলৈ মন কৰিলে। সেই উদ্দেশ্যে তেওঁ পঞ্জাব আক্ৰমণ কৰিলত ৰণজিৎ সিংহই তেওঁক সহায় কৰিলে। ইয়াতে সন্তুষ্ট হৈ জামানচাহে ৰণজিৎ সিংহক লাহোৰৰ শাসনকৰ্ত্তা পাতিলে আৰু 'ৰজা' উপাধি দি সন্মানিত কৰিলে।

এই সময়ত পঞ্জাবত থকা শিখৰ ভিন্ ভিন্ দলৰ নায়ক সকলৰ ভিতৰত একতা নোহোৱা হৈ বহুত বেমেজালি উপস্থিত হৈছিল। সেই সুযোগ লৈয়ে সুচতুৰ ৰণজিৎ সিংহই পঞ্জাবত এখন স্বাধীন ৰাজ্য গঢ়ি তুলিবলৈ মন কৰিলে। তেওঁ এটা এটাকৈ শিখৰ আটাইবোৰ দলক যুঁজত হৰুৱাই নিজ ৰাজ্যৰ ভিতৰুৱা কৰি ললে। তাৰ পাচত অমৃতসৰ আৰু লুধিয়ানাও তেওঁৰ হাতলৈ আহিল। তেতিয়া তেওঁ আফগানৰ অধীনতা দলিয়াই পেলাই নিজে স্বাধীন ৰজা বুলি ঘোষণা কৰিলে। ৰণজিৎ সিংহ গোটেই পঞ্জাবৰ ৰজা হ'ল।

ইয়াৰ পাচত তেওঁ শতদ্ৰু আৰু যমুনাৰ মাজত থকা শিখ ৰাজ্যবোৰ অধিকাৰ কৰিবলৈ আগবাঢ়িল। তেতিয়া ৰণজিৎ সিংহৰ লগত যুঁজি জিকিব নোৱাৰিম বুলি সেই অঞ্চলত শিখ নায়ক সকলে ইংৰাজৰ সহায় খুজিলে।

লৰ্ড মিণ্টো আছিল সেই সময়ত ভাৰতৰ গৱৰ্ণৰ জেনেৰেল। তেওঁ ৰণজিৎ সিংহৰ ওচৰলৈ এজন দূত পঠিয়াই দিলে। ৰণজিৎ সিংহ বৰ চতুৰ লোক আছিল। তেওঁ ভাবিলে ক্ষমতাশালী ইংৰাজৰ লগত যুঁজ কৰি জয়ী হোৱা সহজ কথা নহয়। ইয়াকে ভাবি তেওঁ ইংৰাজৰ লগত অমৃতসৰত সন্ধি কৰিলে। সন্ধিমতে ৰণজিৎ সিংহই শতদ্ৰু নদী

পাৰ হৈ ৰাজ্য অধিকাৰ নকৰিবলৈ স্থিৰ কৰিলে আৰু ইংৰাজেও তেওঁৰ ৰাজ্য আক্ৰমণ নকৰোঁ বুলি কথা দিলে। এইদৰে ৰজা ৰণজিৎ সিংহই পঞ্জাবৰ স্বাধীন ৰজা হৈ ৰাজ্য চলাই থাকিল। কিন্তু ইংৰাজৰ লগত সন্ধি কৰা বুলিয়ে তেওঁ অইন ফালে ৰাজ্য বহলাবলৈ নেৰিলে। এখন এখনকৈ কাশ্মীৰ, কাংৰা, মুলতান আদি সকলো ৰাজ্য নিজ বাহুবলেৰে অধিকাৰ কৰি পেচোৱাৰলৈকে ৰাজ্য বহলাই ললে। অৱশেষত ৫৯ বছৰ বয়সত ১৮৩৯ খৃষ্টাব্দত শিখৰ শ্ৰেষ্ঠ বীৰ ৰণজিৎ সিংহৰ মৃত্যু হ'ল।

মহাৰাষ্ট্ৰা জাতিৰ ভিতৰত যেনে শিৱাজী, শিখ জাতিৰ ভিতৰতো তেনে ৰণজিৎ সিংহ। এজন সাধাৰণ শিখ নায়কৰ লৰা হৈ তেওঁ নিজৰ শক্তি আৰু বুদ্ধিৰ বলেৰে এখন বিশাল স্বাধীন ৰাজ্য গঠন কৰিছিল। তেওঁৰ ৰাজত্বকালত গোটেই ৰাজ্যত বৰ শান্তি স্থাপিত হৈছিল। তেওঁ প্ৰজাৰ ওপৰত অধিক কৰ নলগাইছিল আৰু যাতে তেওঁলোকৰ ওপৰত কোনো অত্যাচাৰ হব নোৱাৰে তাৰ বাবে বিষয়া সকলৰ ওপৰত বৰকৈ চকু দিছিল। তেওঁ ৰাজ্যত খাল্‌চা নামে এটি অতি পৰাক্ৰমী সৈন্যদল গঢ়ি তুলিছিল। ৰণজিৎ সিংহই স্বাধীন ৰজা হৈয়ে এৰা নাছিল, নিজৰ নামত মোহৰো মাৰিছিল। ধ্বংসৰ মুখলৈ যাব খোজা শিখ জাতিক পুনৰ উন্নতিৰ ওখ খাপলৈ তোলাত তেওঁৰ অসীম প্ৰতিভাৰ চিনাকি পোৱা গৈছিল।

তেওঁ ইমান পৰাক্ৰমী আছিল যে, ভাৰত বুৰঞ্জীত তেওঁ 'পঞ্জাব-কেশৰী' ( সিংহ ) নামেহে জনাজাত।

———

# খাচীয়া বীৰ ইউ তীৰৎ সিং

ইউ তীৰৎ সিং খাচীয়া জাতিৰ এখন ৰাজ্যৰ চিয়েম বা শাসনকৰ্তা আছিল। অতি ধুনীয়া খাচীয়া পাহাৰত খাচীয়া জাতিৰ বসতি। তাত মিলিয়েম, খইৰাম, নংখ্‌ল, চেৰা আদি ২৫ খন সৰু সৰু ৰাজ্য আছে। এই ৰাজ্যবোৰৰ শাসক সকলকে "চিয়েম" বোলে।

ইউ তীৰৎ সিঙৰ ৰাজ্যখনৰ নাম আছিল নংখ্‌ল। এখন ৰাজ্যৰ চিয়েম হলেও তেওঁ আছিল গোটেই খাচীয়া জাতিৰেই এজন প্ৰধান নেতা। খাচীয়া জাতি বৰ স্বাধীনতাপ্ৰিয়। সেই খাচীয়া জাতিৰ জনপ্ৰিয় নেতা ইউ তীৰৎ সিঙে ৰাজ্যৰ স্বাধীনতা ৰক্ষাৰ কাৰণে নিজৰ জীৱন উচৰ্গা কৰিছিল।

নানা ঘৰুৱা কন্দলৰ কাৰণে আমাৰ ৰাজ্যখন খৃঃ ১৮২৬ চনৰ পৰা ইংৰাজৰ হাতলৈ যায়। ইংৰাজে এই স্বাধীন খাচীয়া ৰাজ্যকো কেনেকৈ হাতলৈ আনিব পাৰে তাৰ বাবে সুযোগ বিচাৰিবলৈ ধৰিলে। উনৈশ শতিকাৰ শেষ ভাগত ইংৰাজে আহি খাচীয়া ৰাজ্যত উপস্থিত হ'ল। সেই সময়ত অসমত ডেভিড্‌ স্কট নামে এজন চাহাবে ৰাজহ বিভাগৰ কমিচনাৰ হৈ আছিল। তেওঁ ভাবিলে যে, সুৰমা উপত্যকাৰ পৰা ব্ৰহ্মপুত্ৰ উপত্যকালৈ খাচীয়া পাহাৰৰ মাজেদি এটা ভাল আলিবাট বান্ধি উলিয়াব পাৰিলে দুয়ো উপত্যকাৰ সংযোগ স্থাপন হব আৰু লগতে লাহে লাহে আপোন উদ্দেশ্য সাধনৰো সুবিধা হব।

ইংৰাজসকল বৰ বুধিয়ক। ডেভিড্‌ স্কট্‌ চাহাবে দেখিলে যে, খাচীয়া সকলৰ লগত মিত্ৰভাবেহে এই কাম সাধন কৰিব পৰা হব। তেওঁলোকক জোকাই লৈ সহজে উদ্দেশ্য সাধন কৰিব পৰা নহব।

ইয়াকে ভাবি তেওঁ খাচীয়া সকলৰ জনপ্ৰিয় নেতা ইউ তীৰৎ সিং, চিয়েম সকল আৰু অন্যান্য বৰমূৰীয়া সকলক মাতি আনি এখন সভা পাতিলে। তাত ৰাণী গাৱঁৰ পৰা নংখ্‌লেদি সুৰমা উপত্যকালৈ আলিবাট এটা হলে তেওঁলোকৰ অহা-যোৱা কৰা আৰু বেহা-বেপাৰ আদিত যে বৰ সুবিধা হব তাকে তেওঁলোকক বুজাই দিলে। সকলোৱে আলি বন্ধোৱাত সম্মতি দিলে। বৰ উৎসাহেৰে আৰু ততাতৈয়াকৈ আলিবাট বন্ধা কাম চলিল। নংখ্‌লত এটা বংলা সাজি তাত বহুত কৰ্ম্মচাৰী থাকিল। কৰ্ম্মচাৰী সকলে ১৮ মাহ খাচীয়া সকলৰ লগত অতি মিলাপ্ৰীতিৰে থাকি আলিবাট বন্ধা কাম সমাধা কৰিবলৈ ধৰিলে। এনেতে এটি ঘটনা ঘটিল।

এজন বঙালী পিয়নে কথা বতৰা হওঁতে বৰ দম্ভ মাৰি কেইজনমান খাচীয়াৰ আগত ক'লে যে, "এই আলিবাটৰ কাম সম্পূৰ্ণ হলেই তোমালোকৰ ৰাজ্য অধিকাৰ কৰা হব আৰু তোমালোকৰ পৰা কৰ আদায় কৰা হব।" এই কথা শুনি সৰলচিতীয়া খাচীয়া বিলাকৰ বৰ ভয় লাগিল। তৎক্ষণাৎ সকলো খাচীয়া লগ হ'ল। সকলোৱে যাঠী, জোং তৰোৱাল লৈ স্বাধীনতা ৰক্ষাৰ কাৰণে মৰিবলৈকো সাজু হৈ ওলাল। গোটেই ৰাজ্যত অশান্তিৰ সৃষ্টি হ'ল। খাচীয়া জাতিক একতাৰ ডোলেৰে বান্ধি এইদৰে দেশৰ স্বাধীনতাৰ কাৰণে জগাই তোলাৰ গুৰিতে আছিল নংখল ৰাজ্যৰ চিয়েম, খাচীয়াৰ জনপ্ৰিয় নেতা ইউ তীৰৎ সিং।

বিদ্ৰোহীদলে এদিন হঠাৎ আহি নংখ্‌লৰ বাহৰ আক্ৰমণ কৰি বহুত কৰ্ম্মচাৰীক বধ কৰিলে। তাৰ পাচত ইংৰাজৰ লগত কাজিয়াৰ মীমাংসা কৰাৰ ছল কৰি নংখলত থকা ঘাই বিষয়া লেফ্‌টেনেণ্ট বোডিংফিল্ডক এখন সভালৈ মাতি আনি তেওঁকো বধ কৰিলে।



মানজন লেফ্‌টেনেণ্ট্ বাৰ্ণটন চাহাবে দিনৰ দিনটো অ'ত ত'ত লুকাই থাকি আত্মৰক্ষা কৰি কেনেবাকৈ পলাই আহিহে গুৱাহাটী পালে। তেওঁৰ লগত থকা বহুত বিষয়াক বিদ্ৰোহী দলে লগ পাই মাৰি পেলালে। কেইজনমানেহে অতি কষ্টেৰে পলাই গুৱাহাটী পালেহি। সিপিনে ডেভিড্ স্কট্ চাহাবেও চেৰাপুঞ্জীলৈ পলাই গৈ কথমপি নিজৰ প্ৰাণ ৰক্ষা কৰিব পাৰিছিল।

এতিয়া ইংৰাজৰ লগত দেখাদেখিকৈ যুঁজ আৰম্ভ হ'ল। ডেভিড্ স্কট্ চাহাবে চিলেট আৰু কামৰূপৰ পৰা বহুত সৈন্য গোটাই লৈ খাচীয়া বিদ্ৰোহ দমন কৰিবলৈ সাজু হ'ল। খাচীয়া সকলৰ বন্দুক, বৰতোপ আদি একো নাছিল। তেওঁলোকে শক্তিশালী ইংৰাজ ফৌজৰ লগত যাঠী, তৰোৱালেৰেই এখন নহয়, দুখন নহয় কেবাখনো যুঁজ কৰিলে। লাহে লাহে খাচীয়াৰ শক্তি কমি আহিল। শেষত তেওঁলোক হাৰিল আৰু ইংৰাজৰ জয় হ'ল। খাচীয়া সকলে আহি ইংৰাজৰ হাতত আত্মসমৰ্পণ কৰিলে। এজন এজনকৈ বহুত খাচীয়া নেতাই আহি ইংৰাজৰ হাতত ধৰা দিলে। অৱশেষত বিদ্ৰোহী দলৰ ঘাই নেতা বীৰ ইউ তীৰৎ সিঙেও আহি ইংৰাজৰ হাতত ধৰা দিবলৈ বাধ্য হ'ল। ঘাই নেতা জন বন্দী হলত বিদ্ৰোহে সাম কাটিলে আৰু ৰাজ্যৰ অশান্তিও আঁতৰ হ'ল।

ইংৰাজে খাচীয়া বীৰ ইউ তীৰৎ সিঙক বন্দী কৰি নি ঢাকাৰ বন্দীশালত থৈ দিলে। বন্দী অৱস্থাত অশেষ কষ্ট ভোগ কৰি থাকোঁতেই তেওঁৰ মৃত্যু হ'ল। স্বাধীন খাচীয়া ৰাজ্য ইংৰাজৰ হাতলৈ আহিল যদিও স্বাধীনতাৰ কাৰণে প্ৰাণ দিয়া বীৰ সকলৰ শাৰীত ইউ তীৰৎ সিঙৰ নাম সোণালী আখৰেৰে লিখা থাকিব।

# ঝান্সিৰ ৰাণী লক্ষ্মীবাঈ

লক্ষ্মীবাঈ ঝান্সি ৰাজ্যৰ ৰাণী আছিল। এই ৰাজ্য মধ্য-ভাৰতত। লক্ষ্মীবাঈ পৰম ৰূপৱতী, অসীম পৰাক্ৰমী আৰু প্ৰখৰ বুদ্ধিমতী আছিল। সৰুৰে পৰা তেওঁ পুৰুষৰ দৰে নানা কামত পাকৈত আছিল। মহাৰাষ্ট্ৰৰ শেষ পেচোৱা দ্বিতীয় বাজীৰাওৰ তোলনীয়া পো নানাচাহেব আছিল তেওঁৰ সৰুকালৰ ৰং ধেমালি কৰা লগৰীয়া। সৰুৰে পৰা তেওঁ হাতীত উঠা, ঘোঁৰাদৌৰ, তৰোৱাল খেল আদিত বৰ নিপুণ আছিল।

অতি কম বয়সতে লক্ষ্মীবাঈৰ স্বামী ঢুকায়। তেওঁৰ একেটি মাত্ৰ পুত্ৰ জন্মিছিল কিন্তু জন্মৰ তিনি মাহ পাচতে সিও মৃত্যুমুখত পৰে। সেই সময়ত কোনো ৰাজ্যৰ ৰজা অপুত্ৰক হৈ মৰিলে ৰাজ্যৰ ভৱিষ্যৎ অধিকাৰী পাতিবলৈ তোলনীয়া পো এজন লোৱা নিয়ম আছিল। তেতিয়া ভাৰতত ইংৰাজ ৰাজত্ব। বিধবা ৰাণী লক্ষ্মীবায়েও এজন তোলনীয়া পো ললে। কিন্তু ইংৰাজে সেই সময়ত ভাৰতত চলোৱা নীতি অনুযায়ী ঝান্সি ৰাজ্য নিজৰ হাতলৈ নিবলৈ ওলাল। ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড ডেলহাউচিয়ে এই নীতি চলাই ভাৰতৰ কেবাখনো ৰাজ্য কাঢ়ি লৈছিল।

ইংৰাজে অন্যায় কৰি ঝান্সি ৰাজ্য কাঢ়ি নিবলৈ ওলোৱাত লক্ষ্মীবায়ে মনত বৰ দুঃখ পালে। তেওঁ "মোৰ মৰমৰ ঝান্সি কেতিয়াও এৰি নিদিওঁ" বুলি ইংৰাজক কৈ দিলে। তেতিয়া ইংৰাজে যুদ্ধ কৰি ঝান্সি লবলৈ ওলাল আৰু নানা ফন্দি পাতি লক্ষ্মীবাঈক অস্থিৰ কৰি তুলিলে।



লক্ষ্মীবায়ে একোতে ইংৰাজক ৰাজ্য এৰি নিদি নিজেই শাসন কৰি থাকিল। এইদৰে তেওঁৰ ৰাজত্বকাল ন মাহ পাৰ হ'ল। ৰাণী হৈ তেওঁ ৰাজ্যশাসন, সৈন্যদল পৰিচালনা, বিচাৰ কাৰ্য্য, শান্তি স্থাপন কৰা আদি সকলো বিষয়তে অসাধাৰণ নিপুণতাৰ পৰিচয় দিছিল। বাহিৰৰ শত্ৰুৱে যাতে ৰাজ্য অধিকাৰ কৰিব নোৱাৰে, তাৰ বাবে তেওঁ ভালদৰে তৈয়াৰ হ'ল। তেওঁৰ ৰাজত্বত ৰাজ্যৰ সকলো প্ৰজা অশেষ সুখী আৰু গৌৰৱান্বিত হ'ল।

এই সময়ত ভাৰতত স্বাধীনতাৰ প্ৰথম যুঁজ চলিছিল। ইংৰাজ বিলাকৰ ওপৰত ঘোৰ অসন্তুষ্ট হৈ ভাৰতৰ চিপাহী বিলাকে তেওঁলোকৰ বিৰুদ্ধে থিয় হৈছিল। তেতিয়া খৃঃ ১৮৫৭ চন। এই বিদ্ৰোহৰ সময়ত চিপাহী বিলাকে ভাৰতৰ বহুত ঠাইত ইংৰাজ বিলাকক বধ কৰিছিল। ইংৰাজৰ অন্যায় শাসনৰ যাতে ওৰ পেলাব পাৰে তাৰ বাবে তেওঁলোকে প্ৰাণটাঁকি যুঁজিছিল। বিদ্ৰোহৰ প্ৰধান নেতা সকল আছিল নানাচাহেব, টাণ্টিয়াটোপী, আজিমুল্লাখান প্ৰভৃতি বীৰ সকল। কিন্তু সকলোতকৈ অধিক পৰাক্ৰম দেখুৱাইছিল ঝান্সিৰ ৰাণী লক্ষ্মীবায়ে। তেওঁ আৰম্ভনিৰে পৰা বিদ্ৰোহত যোগ দিছিল।

ইপিনে খৃঃ ১৮৫৮ চনৰ মাৰ্চ্চ মাহত ইংৰাজ সেনাপতি চাৰ হিউৰোজে ঝান্সিৰ ৰাণীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। ৰাণী লক্ষ্মীবায়ো বিপুল সেনাবাহিনী লৈ যুঁজৰ কাৰণে সাজি কাচি ওলাল। সেনা পৰিচালনাৰ ভাৰ তেওঁ নিজে ললে। এনেকি তেওঁ এটা সুনিপুণ নাৰী সেনাদলো গঠন কৰিলে।

ঝান্সি দুৰ্গৰ কেউফালে পকা গড়। সেই গড়ৰ পৰিধি চাৰে

চাৰি মাইল। এদিন নিশা অসংখ্য ইংৰাজ সেনাই গোটেই দুৰ্গ বেঢ়ি ধৰিলে। দুয়োপক্ষৰ তয়ামৰা যুঁজ আৰম্ভ হ'ল। জয়জয়তে ঝান্সিৰ গোলগুজৰ পৰাক্রমত ইংৰাজ সৈন্য উফৰি গ'ল। দিনে নিশাই অবিৰামভাবে যুঁজ চলিল। ৰাণীৰ সেনাই "ঘনগৰ্জ্জ" নামে বৰতোপেৰে বৰষুণ বৰষা দি ইংৰাজ সৈন্যৰ ওপৰত গুলি বৰষিবলৈ ধৰিলে। ৰাণী লক্ষ্মীবায়ে পুৰুষৰ বেশ লৈ ঘোঁৰাৰ ওপৰত উঠি তৰোৱালেৰে অশেষ বিক্রমেৰে যুঁজ কৰিবলৈ ধৰিলে। তেওঁৰ ৰণ-কৌশল আৰু পৰাক্রমত ইংৰাজ সৈন্য তম্ভিব নোৱাৰা হ'ল। এনেতে ইংৰাজৰ বৰতোপৰ গুলিত দুৰ্গৰ এক অংশ ভাঙি খহি পৰিল। সিফালে দুৰ্গৰ বাহিৰে নানাচাহেবে আহি ইংৰাজৰ লগত ফেৰ পাতিলে হয়, কিন্তু তেওঁ ইংৰাজৰ লগত তিষ্ঠিব নোৱাৰিলে। ইমানতো ৰাণী লক্ষ্মীবাঈ অলপো নটলিল। কিন্তু শেহত মৰমৰ ঝান্সিক তেওঁ প্ৰাণটোঁ কি যুঁজিও ৰক্ষা কৰিব নোৱাৰিলে। তেৰ দিন তয়ামৰা যুঁজৰ পাচত ঝান্সি ইংৰাজৰ হাতলৈ গ'ল। কিন্তু ৰাণী লক্ষ্মীবাঈ ধৰা নপৰিল। তেওঁ দুৰ্গৰ পৰা ওলাই ২৪ ঘণ্টাৰ ভিতৰত ১২০ মাইল আঁতৰত থকা কল্পি নামে এডোখৰ ঠাই পালেগৈ। পাচে পাচে ইংৰাজ সেনাদলে খেদি গৈয়ো তেওঁক ধৰিব নোৱাৰিলে।



ঝান্সীৰ ৰাণী লক্ষ্মীবাঈ



ইপিনে লক্ষ্মীবাঈক ধৰিব নোৱাৰি ইংৰাজে ঝান্সি দুৰ্গ তেনেই ধ্বংস কৰি পেলালে। অসংখ্য মানুহ মৰিল। বহুতে তিৰোতাই খালত জপিয়াই পৰি প্ৰাণ এৰিলে। ইংৰাজে ঝান্সিৰ দুৰ্গ আৰু নগৰ লুট্পাত কৰিলে।

ঝান্সিৰ পৰা পলাই গৈ লক্ষ্মীবায়ে নানাচাহেবৰ সহায়ত এদল সৈন্য গোটাই ললে। কুচ নামে এডোখৰ ঠাইত ইংৰাজৰ লগত পুনঃ যুঁজ লাগিল। এই যুঁজত সুচতুৰা লক্ষ্মীবাঈ কোনোমতে ৰক্ষা পৰিল।

তাৰ পাচত গলাবলী নামে ঠাইত আকৌ যুঁজ হ'ল। এইবাৰ ৰাণীৰ লগত মাত্র আঢ়ৈ শ অশ্বাৰোহী সেনা আছিল। তাতো তেওঁ হাৰি পিচুৱাই গ'ল আৰু কল্পিত ইংৰাজৰ লগত ফেৰ পাতিলে। এইবাৰ ৰাণীৰ লগত ইংৰাজ সেনাদল হাৰো হাৰো অৱস্থা হ'ল। এনেতে যুঁজৰ ঠাইলৈ ইংৰাজৰ নতুনকৈ সৈন্যৰ দল এটা আহি পোৱাত এই যুঁজতো ইংৰাজৰেই জয় হ'ল।

অনেকবাৰ হাৰিও লক্ষ্মীবাঈ অলপো হতাশ নহ'ল। তেওঁ পুনৰ নতুন উদ্যমেৰে যুঁজিবলৈ ধৰিলে। এইবাৰ তেওঁ গোৱালিয়ৰত থকা বিপুল ইংৰাজ সেনাবাহিনীক হৰুৱাই নানাচাহেবক তাৰ শাসনকৰ্ত্তা পাতিলে।

ইয়াৰ পাচত ইংৰাজ সেনাৰ লগত পুনঃ ঘোৰতৰ যুদ্ধ হ'ল। এই সময়ত গোৱালিয়ৰৰ পূবৰ অঞ্চল ৰক্ষাৰ ভাৰ আছিল লক্ষ্মীবাঈৰ হাতত। "ফুলবাগ" নামে ঠাইৰ ওচৰত এডোখৰ পৰ্ব্বতীয়া ঠাইত উভয় পক্ষৰ তয়ামৰা যুঁজ লাগিল। ৰাণী লক্ষ্মীবায়ে বিষম বিক্রমেৰে যুঁজি তৰোৱালেৰে অসংখ্য শক্রসেনা নিপাত কৰিলে। এনেতে হঠাৎ

শত্ৰুৰ তৰোৱালৰ ঘাপত ৰাণীৰ মূৰৰ এফাল এৰাই গ'ল। কিন্তু কি আচৰিত কথা তথাপি তেওঁ যুঁজ কৰিবলৈ নেৰিলে। আহত হৈও তেওঁ তৰোৱাল চলাই শত্ৰু সেনা মাৰিবলৈ ধৰিলে। এনেতে আকৌ তেওঁৰ বুকুত শত্ৰুৰ সঙ্গীনৰ আঘাত লাগি ঘোঁৰাৰ ওপৰতে অবশ হৈ পৰিল। তেতিয়া তেওঁ এই অবশ শৰীৰেৰেই গৈ গৈ ওচৰতে থকা পঁজাঘৰ এটা পালে আৰু তাতে তেওঁৰ তোলনীয়া পো গঙ্গাধৰৰ মুখৰফালে একেথৰে চাই থাকি ইহ সংসাৰৰ পৰা চিৰ বিদায় ললে। তেতিয়া লক্ষ্মীবাঈৰ বয়স ২৩ বছৰ মাথোন।

লক্ষ্মীবাঈ দেশৰ কাৰণে উপজিছিল আৰু তেওঁ দেশৰ কাৰণেই প্ৰাণ দিলে। বীৰাঙ্গনা লক্ষ্মীবাঈ মৰিল যদিও তেওঁৰ দেশ-প্ৰেমৰ কাহিনী আজিও ভাৰতবাসীৰ অন্তৰত জাগি আছে আৰু চিৰকাল থাকিব। সেইবাবেই নেতাজী সুভাষচন্দ্ৰ বসুৱে পৰিচালনা কৰা ভাৰতীয় মুক্তি বাহিনীত ঝান্সি ৰাণীৰ নামেৰে এটা নাৰী সেনাদল গঠন কৰিছিল। ৰাণী লক্ষ্মীবাঈ চিৰকাললৈ ভাৰতবাসীৰ পূজা পাই থাকিব।

———

# নগাৰাণী গাইদালো

গাইদালোৰ জন্ম হয় ১৯১৫ চনত। অসমৰ নগা পৰ্ব্বতত নগা জাতিৰ বসতি। গাইদালো নগাৰ পুৰোহিত বংশৰ ছোৱালী। নগা পৰ্ব্বতত খৃষ্টান মিছনাৰী সকলৰ পঢ়াশালি আছে। সেই মিছনাৰী স্কুলত গাইদালোই ৯ম মান শ্ৰেণীলৈ পঢ়িছিল। জনজাতিৰ ছোৱালী হলেও সৰুৰে পৰা গাইদালোৰ স্বভাৱ চৰিত্ৰ বেলেগ ধৰণৰ আছিল। তেওঁ সদায় ভাবিছিল—এই জাতিটোক কেনেকৈ সভ্য আৰু উন্নত কৰি তুলিব পাৰি।

নগা জাতিৰ ভিতৰত আকৌ বহুত ফৈদ আছে। গাইদালো কোৱাই ফৈদত জন্মে। নগাৰ কোনো কোনো ফৈদৰ মানুহৰ স্বভাৱ বৰ উগ্ৰ। এওঁলোক বৰ স্বাধীনতা প্ৰিয়।

জাতিৰ পিতা মহাত্মা গান্ধীৰ অহিংসা নীতিৰ কথা জানিব পাৰি তেওঁৰ ওপৰত গাইদালোৰ বৰ শ্ৰদ্ধা জন্মিল। তেওঁ মহাত্মা গান্ধীৰ আদৰ্শত জাতিৰ সেৱা কৰিবলৈ ধৰিলে। গাইদালোৰ সজ ব্যৱহাৰ আৰু বুজনিত নগা সকল মোহিত হ'ল। তেওঁ যি কৰিবলৈ কয় সকলোৱে তাকে কৰিবলৈ ধৰিলে। তেওঁৰ কথা আৰু কামত নগা সকল বৰ সন্তুষ্ট হ'ল আৰু তেওঁক বৰ ভাল পাবলৈ ধৰিলে। তেতিয়া নগাসকলে তেওঁক ৰাণী বুলি মাতিবলৈ ধৰিলে। সেইবাবে তেওঁক ৰাণী গাইদালো নামেহে জনা যায়। আচলতে তেওঁ কোনো ৰাজ্যৰ ৰাণী নাছিল।

নগা পৰ্ব্বতো ইংৰাজৰ অধীন হৈছিল। খৃঃ ১৯২১ চনৰ পৰা জাতিৰ পিতা মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ স্বাধীনতাৰ কাৰণে আন্দোলন চলে। এই সময়ত গাইদালোৰ বয়স মাত্ৰ ছয় বছৰ। খৃঃ ১৯৩৩ চনত গোটেই ভাৰতত পুনঃ অহিংস আন্দোলন চলে। সেই সময়ত তেওঁ ওঠৰ বছৰ বয়সীয়া গাভৰু। গাইদালোই এই আন্দোলনত যোগদান কৰিলে। তেওঁ মহাত্মাৰ আদৰ্শেৰে অহিংস ভাবে স্বাধীনতা যুঁজত নগা সকলকো জগাই তুলিলে। এই অপৰাধত ইংৰাজে ৰাণী গাইদালোক ধৰি নি জেইলত সুমুৱাই থলে। ১৪ বছৰ কাল জেইলত থাকি অশেষ কষ্ট ভোগ কৰাৰ পাচত তেওঁক কাটেকৰ পৰা মুক্তি দি নিজৰ ঘৰতে আটক কৰি ৰাখিলে।


নগাৰাণী গাইদালো

১৯৩৭ চনত শ্ৰীজৱাহৰলাল নেহেৰুৱে অসমলৈ আহোঁতেহে তেওঁৰ দ্বাৰা ৰাণী গাইদালোৰ সেই দুখ-লগা কাহিনী জগতত প্ৰকাশ হ'ল। তাৰ আগলৈ এই কথা আমি জনাই নাছিলোঁ। আমাৰ দেশৰ প্ৰধান মন্ত্ৰী শ্ৰীজৱাহৰলাল নেহেৰুই এই জনজাতীয় ছোৱালী জনীৰ অহিংস নীতিত এনেকুৱা বিশ্বাস আৰু স্বদেশ সেৱাৰ পটন্তৰ দেখি আচৰিত মানিছিল।



খৃঃ ১৯৪৭ চনৰ ১৫ আগষ্টত আমাৰ দেশ স্বাধীন হয়। স্বাধীনতাৰ লগে লগে ৰাণী গাইদালোৰ সম্পূৰ্ণ মুক্তি লাভ হয়। তেতিয়া শ্ৰীনেহেৰুৱে তেওঁক ৫০০৲ টকা দি সহায় কৰে। আমাৰ অসম চৰকাৰেও তেওঁক বৰ্ত্তমানলৈ প্ৰতিমাহে ৭৫৲ টকাকৈ পেন্‌চন দি আহিছে।

জনজাতিৰ ছোৱালী হৈ দেশৰ কাৰণে এইদৰে জীৱনত অশেষ কষ্টভোগ কৰাটো এটা ভাবিব নোৱাৰা কাহিনী। চিৰকাল বুৰঞ্জীৰ পাতত এই নগাৰাণী গাইদালোৰ নাম জল্‌জল্ পট্‌পট্‌কৈ লিখা থাকিব।

## জাতীয় আন্দোলন

চিপাহী বিদ্ৰোহৰ প্ৰায় ২৮ বছৰ পাচত আৰু বৰ্ত্তমান সময়ৰ পৰা ৬৯ বছৰ আগেয়ে বোম্বাই নগৰত কংগ্ৰেছৰ জন্ম হয়। ইয়াৰ জন্মদাতা এজন ইংৰাজ আৰু ইয়াৰ প্ৰথম সভাপতি আছিল বঙ্গৰ বিখ্যাত ব্যাৰিষ্টাৰ উমেশচন্দ্ৰ বন্দ্যোপাধ্যায়। কিছুদিন পাচত এই কংগ্ৰেছৰ জৰিয়তে ভাৰতত স্বাধীনতাৰ বাবে আন্দোলন চলে।

তাৰ কিছুদিন পাচত জাতিৰ পিতা মহাত্মা গান্ধীয়ে কংগ্ৰেছ মহাসভাত যোগ দিয়েহি।


মহাত্মা গান্ধী

তেতিয়া আন্দোলন আৰু প্ৰৱল হৈ উঠিল। আগেয়ে কেৱল শিক্ষিত লোকেহে ইয়াত যোগ দিছিল। এতিয়াৰ পৰা শিক্ষিত, অশিক্ষিত

সকলো মানুহে এই আন্দোলনত যোগ দিলে। মহাত্মা গান্ধীয়ে ইয়াৰ নাম দিলে 'অহিংস অসহযোগ আন্দোলন'। অসহযোগ মানে হ'ল ইংৰাজৰ শাসনত সহযোগ নকৰা। ইংৰাজ অস্ত্ৰে-শস্ত্ৰে বলৱান জাতি। গতিকে হিংসাৰে অৰ্থাৎ অস্ত্ৰেৰে তেওঁলোকক খেদা টান। সেইবাবেই মহাত্মাই অহিংস অসহযোগ আন্দোলন চলাবলৈ ধৰিলে। দলে দলে মানুহ আহি আন্দোলনত যোগ দিলে। আন্দোলন প্ৰবল হৈ উঠিল। ইংৰাজেও দলে দলে আন্দোলনকাৰী সকলক ধৰি নি জেইলত সুমাই থলে। কিমানক যে গুলিয়াই মাৰিলে। আমাৰ অসমেও এই আন্দোলনত যোগ দিছিল। সেই সময়ত অসমৰ প্ৰধান নেতা আছিল দেশভক্ত তৰুণ ৰাম ফুকন আৰু কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ।

১৯৩০ চনত মহাত্মা গান্ধীৰ নেতৃত্বত পুনৰাই ভাৰতত স্বাধীনতাৰ আন্দোলন চলিছিল। এইবাৰো ইংৰাজৰ আইন অমান্য কৰি হেজাৰ হেজাৰ কংগ্ৰেছৰ ভলন্টিয়াৰ ফাটেকলৈ গৈছিল।

---

## বিয়াল্লিছৰ গণ আন্দোলন

১৯৪২ চনত স্বাধীনতা লাভৰ কাৰণে ভাৰতত শেষ আন্দোলন হয়। এইবাৰ আন্দোলন আগেয়ে হোৱা বোৰতকৈ বহুত ডাঙৰ আছিল। ইয়াত মতা, তিৰোতা, হিন্দু, মুছলমান, খৃষ্টান সকলোৱে যোগ দিলে। ভাৰতৰ সকলো মানুহে ইয়াত যোগ দিছিল ; সেই



কাৰণে ইয়াৰ নাম হ'ল 'বিয়াল্লিছৰ গণ আন্দোলন'। কংগ্ৰেছে ইংৰাজক "ভাৰত ত্যাগ" কৰিবলৈ কলে। গোটেই ভাৰতত হাহাকাৰ লাগিল। চাৰিওফালে "ইংৰাজ গুচি যোৱা" এই ধ্বনি উঠি দেশত উখল মাখল লাগিল। লগে লগে ইংৰাজ ৰাজত্ব কঁপি উঠিল। বন্দুক লৈ চিপাহী আগবাঢ়ি আহিল। ৰাইজক দমন কৰিবলৈ ইংৰাজৰ সৈন্যবাহিনীও নিযুক্ত হ'ল। আন্দোলনকাৰীৰ ওপৰত ইংৰাজে



শ্ৰীজৱাহৰলাল নেহেৰু

বোমা মাৰিলে আৰু বন্দুক চলালে। তেজেৰে বাট-ঘাট ৰাঙলী হ'ল। হেজাৰ হেজাৰ আন্দোলনকাৰী দেশৰ কাৰণে ছহিদ্ হ'ল। দেশৰ কাৰণে প্ৰাণ দিয়াকে ছহিদ্ হোৱা বোলে। আমাৰ অসমতো কুশল কোঁৱৰ, কনকলতা আদি বীৰ-বীৰাঙ্গনা সকল ছহিদ্ হ'ল। মহাত্মা গান্ধী, জৱাহৰলাল নেহেৰু, বল্লভভাই পেটেল, মৌলানা আবুল কালাম আজাদ আদি বীৰ নেতা সকলক ইংৰাজে বন্দী কৰিলে। অসমৰো গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, অম্বিকাগিৰি ৰায় চৌধুৰী,

দেবেশ্বৰ শৰ্ম্মা, ফকৰুদ্দিন আহম্মদ আদি বীৰ নেতা সকল ইংৰাজৰ জেইলত বন্দী হৈছিল।

বৰ কষ্টেৰে ইংৰাজে আন্দোলন দমন কৰিলে। কিন্তু তেওঁলোকে বাৰুকৈয়ে বুজি পালে যে, ভাৰতবাসীক আৰু অধীনত ৰখা টান। তেতিয়া ইংৰাজে স্ব-ইচ্ছাতেই ভাৰত এৰি গুচি যাবলৈ সন্মত হ'ল। এনেকৈয়ে ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখৰ পৰা ভাৰত স্বাধীন হ'ল। কিন্তু আচল ভাৰত ভাঙি দুখন হ'ল—এখন ভাৰত আৰু আনখন পাকিস্তান। পাকিস্তান হ'ল মুছলমান ৰাজ্য।



লোকপ্ৰিয় গোপীনাথ বৰদলৈ

আমাৰ সুযোগ্য নেতা শ্ৰীজৱাহৰলাল নেহেৰু স্বাধীন ভাৰতৰ প্ৰধান মন্ত্ৰী হ'ল। স্বাধীন ভাৰতৰ নাম দিলে—ভাৰতীয় গণতান্ত্ৰিক লোকতন্ত্ৰ বা ইণ্ডিয়ান ৰিপাব্লিক। আমাৰ স্বাধীন অসমৰ প্ৰথম মুখ্য মন্ত্ৰী হৈছিল লোকপ্ৰিয় গোপীনাথ বৰদলৈ। এওঁৰ পাচত শ্ৰীবিষ্ণুৰাম মেধি আৰু শ্ৰীবিমলাপ্ৰসাদ চালিহা যথাক্ৰমে মুখ্যমন্ত্ৰী হয়। এতিয়া অসমৰ মুখমন্ত্ৰী শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী।

—অন্ত—